মহাকবি কালিদাসৰ

# অভিজ্ঞানশকুন্তলম্

অসমীয়া অনুবাদ

•

১৯৩৪ চন।

•  •  •

শ্ৰীব্যাসেশ্বৰ বৰুৱা,
বি. এল.।

মহাকবি কালিদাসৰ

# অভিজ্ঞানশকুন্তলম্

অসমীয়া অনুবাদ

শ্ৰীৰামেশ্বৰ বৰুৱা,
বি-এল্

মূল্য তিনি টকা

# শুদ্ধবৰণি

| পৃষ্ঠা | শাৰী | শব্দ |
|---|---|---|
| ১ | ৩ | স্রষ্টৰাত্মা |
| ৩৯ | ১৭ | আগচোৱা |
| ” | ২০ | ইতিহাস |
| ৪০ | ৮ | লাবণ্যময়ী |
| ,, | ১৩ | পাণ্ডুবৰ্ণা |
| ৪৪ | ১০ | ৰত্তিং |
| ৪৯ | ১৭ | প্ৰেমালিপি |
| ৫৬ | ৫, ৭ | ছন্দবাণী |
| ৫৯ | ১০ | আশীৰ্ব্বাদ |
| ৭৮ | ২ | বিয়া |
| ,, | ২২ | আশ্ৰ- |
| ৭৯ | ১৫ | গৌতমী |
| ,, | ১৭ | ৰজা |
| ৮০ | ১ | শকুন্তলা |
| ৮৭ | ১১ | মৎস্যজীবী |
| ৯৭ | ৫ | উলিউৱা |
| ১১২ | ৪ | প্ৰসাদ-মধুৰ |
| ১২০ | ২ | সুখ |
| ,, | ১২ | তপস্বিনী |
| ১৩৩ | ২১ | অদিতি |
| (২) | ৬ | অভিজ্ঞান |
| (৫) | ৮ | ত্ৰিশঙ্কু |
| (৬) | ২২ | পুত্ৰেকৰ্ত্তৱ |
| (৮) | ১৪ | সিমান |

জীৱনৰ এচোৱাৰ প্ৰিয়তমা লগৰী

স্বৰ্গীয়া মানদা আইদেউৰ

—সোঁৱৰণিত—

অনুবাদক

# আগ কথা

মহাকবি কালিদাসৰ অভিজ্ঞানশকুন্তলাৰ অসমীয়া অনুবাদ আগৰ আছে। তেনেস্থলত আমাৰ এই অনুবাদ নিষ্প্ৰয়োজন। অভিজ্ঞানশকুন্তলম্ আমাৰ বি-এৰ পাঠ্য-পুথি আছিল; পঢ়াইছিল শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় এম-এ অধ্যাপকদেৱে। তেখেতে শ্ৰেণীত পঢ়াওঁতে গছৰ পাত এটি পৰিলেও শুনা নিস্তব্ধতা আনিছিল আৰু এই কাব্য যে কি এক উপভোগ্য বস্তু তাক আমাক ভালকৈয়ে উপলব্ধি কৰাইছিল। ছাত্ৰাবস্থাৰ পাছতো অভিজ্ঞানশকুন্তলম্ অনেকবাৰ পঢ়িছোঁ। আৰু প্ৰত্যেক বাৰেই আগেয়ে যেন নপঢ়া প্ৰথম বাৰহে পঢ়িছোঁ তেনে লাগিছিল। এইদৰে মাজে মাজে পঢ়োঁতে নিজৰ উপভোগৰ কাৰণেহে অসমীয়া অনুবাদ কৰি চাইছিলোঁ। আৰু সিয়ে এতিয়া দুইচাৰি বন্ধুৰ উদগনিত ছপা হৈ ওলাইছে। মূল সংস্কৃতৰ সৌন্দৰ্য্য কিমান দূৰ ৰাখিব পৰা হৈছে তাৰ ওপৰতে আমাৰ এই যত্নৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিব।

অভিজ্ঞানশকুন্তলম্ কাব্য জগতৰ এটি অপূৰ্ব্ব সৃষ্টি। কবিয়ে নিজেই প্ৰস্তাৱনাত নটীৰ মুখে "অভিজ্ঞান শকুন্তলম্ নাম অপূৰ্ব্বং নাটকম্" বুলি কৈছে। অপূৰ্ব্ব মানে এইখিনিত আগেয়ে অভিনীত নকৰা বুজাইছে। কিন্তু কাণেৰে শুনাতকৈও বেলেগ অৰ্থ সূচনা কৰা এই কাব্যত ইমানবোৰ উপভোগ্য হৃদয়গ্ৰাহী বাক্য বা পদ আছে যে মহাকবিয়ে নিজেও এই কাব্য যে এক অপূৰ্ব্ব সৃষ্টি হৈছে বুলি ইঙ্গিত নিদিয়াকৈ থকা নাই তেনে নহয় বুলি কব নোৱাৰি। পাঠক সকলৰ বিনোদনৰ অৰ্থে দুই এটি তেনে দৃষ্টান্ত দিয়া হ'ল।

প্ৰস্তাৱনাৰ দ্বিতীয় শ্লোকত সূত্ৰধাৰে নটীক কৈছে, "তোমাৰ হৃদয়গ্ৰাহী গীতৰাগে মোক তেনেই পাহৰাই পেলালে। সেইদৰে এই দুষ্মন্তকো কৃষ্ণসাৰটোৱে পাহৰাই এই ফালে লৈ আহিছে"। ইয়াৰে কবিয়ে ইয়াকে' ইঙ্গিত দিছে যে দুষ্মন্তই এতিয়া ৰজাৰ কৰ্ত্তব্য পাহৰি, মৃগয়া এৰি ৰাজকাৰ্য্যলৈ পিঠি দি আশ্ৰমৰ ললনাত লিপ্ত হ'ব।

প্ৰথম অঙ্কত আছে, দুষ্মন্তই আশ্ৰমৰ দুৱাৰেদি সোমাই গৈছে। তেনেতে তেওঁৰ সোঁ বাহু স্পন্দন হৈছে। এনে স্পন্দনৰ ফল পত্নী লাভ। কিন্তু আশ্ৰমত আকৌ পত্নীলাভৰ সম্ভাৱনা ক'ত? দুষ্মন্তই নিজেই প্ৰশ্ন কৰি তাৰ উত্তৰ দিছে, "যাৰ হ'বলগীয়া আছে তাৰ হয়তো দুৱাৰ কেউফালেই মুকলি আছে"। ঠিক এই কথাষাৰৰ মুৰতে শকুন্তলাই নেপথ্যত সখীয়েকহঁতক কৈছে, এইফালে, এইফালে বুলি। কানত পৰশা অৰ্থ সখীয়েকহঁতক বাট দেখুৱাইছে। লগতে কবিয়ে ইঙ্গিত দিলে দুষ্মন্তৰ পত্নী লাভৰ দুৱাৰ মুকলি এইফালে, মানে এই শকুন্তলাত।

তৃতীয় অঙ্কত প্ৰথম মিলন হওঁতেই গৌতমীহঁতৰ অহাত দুষ্মন্ত শকুন্তলাৰ কাষৰ পৰা পলাব লগা হ'ল। যাওঁতে বেলিকা শকুন্তলাই "হে সন্তাপহাৰী লতাবলয়! মই এতিয়া যাওঁ আকৌ আহিম পৰিভোগৰ কাৰণে" বুলি লতা কুঞ্জক সম্বোধন কৰি দুষ্মন্তক ইঙ্গিত দি গ'ল।

পঞ্চম অঙ্কত দুষ্মন্তৰ দ্বিতীয়া মহিষী ৰাণী হংসপদিকাই সঙ্গীতশালাত সঙ্গীত পৰিচয় কৰিছে। সঙ্গীতত কৈছে, "হেৰ মধুকৰ! চূতমঞ্জৰীৰ পৰা গৈ পদ্মত পৰি চূতমঞ্জৰীক পাহৰি পেলালি কিয়?" ইয়াৰে দুষ্মন্তক ইঙ্গিত দিছে যে তেওঁ তেওঁৰ ওচৰৰ পৰা গৈ নৱ ৰাণী বসুমতীৰ কাষ পাই তেওঁলৈ পাহৰি গৈছে। লগতে ইয়াকো

ইঙ্গিত দিলে যে বজাই শকুন্তলাক সম্ভোগ কৰি আহি ৰাজপুৰী পায় স্ত্ৰীৰত্ন পয়োভৰত পাৰি শকুন্তলাক পাহৰি পেলালে। সেইদৰে সপ্তম অঙ্কত তপস্বী সৰাকীয়ে অচিনাকি দুষ্মন্তক ভদ্ৰমুখ বুলি সম্বোধন কৰি দুইধাৰে কাটিছে। ভদ্ৰমুখৰ অৰ্থ সৌম্য মুখৰ মানুহজন, লগতে ভদ্ৰতাৰ মুখাপিক্ষা, নিজৰ বিবাহিতা পত্নী ত্যাগী বুলিও দুষ্মন্তক ইঙ্গিতত কৈছে। কাৰণ সেই সময়ত দুষ্মন্তৰ মন শকুন্তলাক ত্যাগ কৰা কথাটোৱে আন্দোলিত কৰি আছিল।

এই সপ্তম অঙ্কতে অতি উৎকৃষ্ট চমৎকাৰ অন্তাৰ্থসূচক বাক্যটি আছে। অপুত্ৰক দুষ্মন্তৰ আশ্ৰমত অবালসত্ত্ব বালকটি দেখি কাৰ লৰা জানিবলৈ বৰ কৌতুহল হৈছে। যাৰ লৰা তাৰ যে কি মহৎ ভাগ্য এইবুলি ঈৰ্ষান্বিতো হৈছে। কাৰ লৰা তাপসীক সুধিও চায়ছিল। তাপসীয়ে সেই পত্নীত্যাগীটোৰ নাম কোনে মুখত আনিব বুলি বিতৃষ্ণা প্ৰকাশ কৰিলে। মাকৰ নাম সুধিব খুজিও শিষ্টাচাৰ বিৰোধী দেখি সুধিব পৰা নাই। তেনেতে ইগৰাকী তাপসীয়ে চৰাইৰ পুতলাটো আনি লৰাটিক দেখুৱাই কলে, "বৎস! শকুন্তলাবণ্য চোঁৱা"। শুনা অৰ্থ হ'ল চৰাই পুতলাটোৰ সৌন্দৰ্য্য চোঁৱা; দুষ্মন্তলৈ ইঙ্গিতৰ অৰ্থ হ'ল বালকটিৰ মাকৰ নামেই শকুন্তলা, তেওঁৱে মনোৰথ-প্ৰিয়তমা ভাৰ্য্যা।

এইদৰেই মহাকবি কালিদাসৰ কাব্যৰস পিপাসুসকলৰ কোনো কোনোৱে অভিজ্ঞানশকুন্তলাৰ প্ৰথম শ্লোকটোৰ ইঙ্গিতৰ অৰ্থ উলিয়াই। এই শ্লোকৰ পোনপটীয়া অৰ্থ—পানী, অগ্নি, হবিঃ, যজমান, চন্দ্ৰ, সূৰ্য্য, আকাশ আৰু বায়ু, এই আঠৰূপত দেখা পোৱা মহাদেৱ শিৱই অভিনয় চাবলৈ অহা দৰ্শকমণ্ডলীক কুশলে ৰাখক। সৃষ্টিকৰ্তাৰ আদি সৃষ্টি পানী, হবিঃ বহনকাৰী অগ্নি, হোতৃ, যজমান, কাল

দুভাগ কৰা চন্দ্ৰসূৰ্য্য, বিশ্বব্যাপি থকা শব্দবহনকাৰী আকাশ, সকলো বীজৰ প্ৰকৃতি পৃথিৱী, প্ৰাণবান কৰি ৰখা বায়ুৰ ঠাইত যদি সৃষ্টিকৰ্ত্তাৰ অৰ্থ অভিজ্ঞানশকুন্তলাৰ প্ৰণেতা কবিক ধৰা যায় তেতিয়াহলে তেওঁৰ আদি সৃষ্টি হয় অভিজ্ঞানশকুন্তলম্ নাটক, অগ্নি হয় নায়ক দুষ্যন্ত, হোতৃ কণ্বমুনি, চন্দ্ৰসূৰ্য্য শকুন্তলাৰ জীৱনক দুভাগ কৰা প্ৰিয়ম্বদা অনসূয়া, আকাশ বিশ্বব্যাপি হৈ যোৱা এই কাব্যৰ যশস্যা সৰ্ব্ববীজৰ প্ৰকৃতি শকুন্তলা নায়িকা আৰু প্ৰাণবান কৰি ৰখা বায়ু হয় মনত সুধা'ৰ সঁফুৰা দিয়া অভিজ্ঞান শকুন্তলাৰ কাব্য মাধুৰী আৰু তেতিয়াহলে শ্লোকটিৰ অৰ্থ হয় শকুন্তলা নাটকৰ আজিৰ অভিনয়ত এই আঠোটা বৈশিষ্টতাই দৰ্শক মণ্ডলীক আনন্দ দিব (অৱতু)। অভিজ্ঞান-শকুন্তলম্ শৃঙ্গাৰ ৰসৰ নাটক। শৃঙ্গাৰ ৰস ষড়ৰসৰ আদি ৰস। এই শ্লোকৰ আদি সৃষ্টি মানে শৃঙ্গাৰ ৰস ধৰিও অন্য অৰ্থ বিচাৰিব পাৰি।

মহাভাৰতৰ এটি সামান্য আখ্যানৰ পৰা মহাকবি কালিদাসে এই অপূৰ্ব নাটক অভিজ্ঞানশকুন্তলম্ সৃষ্টি কৰিছে। মহাভাৰতৰ আদি পৰ্ব্বত আছে, ৰজা দুষ্যন্তই মৃগয়ালৈ গৈ এটা পহুৰ পাছে পাছে খেদি কণ্ব মুনিৰ আশ্ৰম ওলাল। আশ্ৰমত মুনি নাছিল। তোলনীয়া জীয়েক শকুন্তলায়ে অতিথিক অভ্যৰ্থনা জনালে। শকুন্তলাৰ ৰূপত মুগ্ধ হৈ ৰজাই শকুন্তলাক গান্ধৰ্ব্ব বিবাহ কৰিলে। কিছুদিনৰ পাচত ৰজা ৰাজধানীলৈ গুছি গল আৰু শকুন্তলাৰ ইফালে এটি লৰা জন্ম হ'ল। মুনিয়ে পাচত লৰাৰে সৈতে জীয়েকক ৰজাৰ ওচৰলৈ পঠায় দিলে। লোকাপবাদৰ ভয়ত দুষ্যন্তই শকুন্তলাক অস্বীকাৰ কৰিলে। তেনেতে আকাশীবাণী হ'ল যে শকুন্তলাক ৰজাই প্ৰকৃততে বিয়া কৰিছিল আৰু লৰাটি তেওঁৰে। আকাশীবাণী শুনি দুষ্যন্তই শকুন্তলাক গ্ৰহণ কৰিলে। মহাভাৰতৰ এই আখ্যানটিকে লৈ মহাকবি

কালিদাসে এই মহৎ অনুপম কাব্য ৰচনা কৰি নাৰী, ৰজা, ৰাণী, পিতৃ, বন্ধু আদিৰ আদৰ্শ চৰিত্ৰৰ ৰূপ দিছে। কাকো কৰ্ত্তব্যৰ পথৰ পিচলিবলৈ দিয়া নাই, যিয়ে পিচলিছে তাকে কঠোৰ দণ্ড দিছে। দুষ্যন্ত দেশৰ ৰজা, ৰজা হৈও লোকৰ জীয়ৰী ছোৱালী চুৰকৈ চাব নেপায়, পিতা মাতাৰ অজ্ঞাতে, ভাল দেখিলেই গোপন প্ৰণয় কৰি গান্ধৰ্ব বিবাহো কৰিব নেপায়। যুৱতীৰ প্ৰেমত লিপ্ত হৈ ৰজাই ৰাজ কাৰ্য্যলৈ পিঠি দিলে, যাকে যতাকে শকুন্তলাৰ পাশ এৰি নগ'ল। ইয়াৰ বাবে কবিয়ে দুষ্যন্তক উগ্ৰ শাস্তি দিছে। বসুমতী আৰু হংসপাদিকা নামে ৰজাৰ দুগৰাকী ৰাণী। তথাপি দুষ্যন্ত সন্তানহীন। অপুত্ৰক হোৱাত তেওঁৰ বংশ লোপ পাব; পিতৃ পিতামহে পিণ্ড নেপাব। গান্ধৰ্ব মতে বিয়া কৰা তেওঁৰ পত্নী সগৰ্ভা শকুন্তলাক কুলপতি কণ্বমুনিয়ে তেওঁৰ ওচৰলৈ পঠিয়াই দিয়াতো তেওঁক পাহৰি নিষ্ঠুৰ ভাবে প্ৰত্যাখ্যান কৰিলে। ইয়াকে নকৰাহঁতেন হয়তো তেওঁৰ অপুত্ৰকতা ঘুচিলহেঁতেন, বংশ লোপ নেপালেহেঁতেন আৰু পুংনাম নৰকৰ পৰাও ৰক্ষা পালেহেঁতেন। যেতিয়া অভিজ্ঞানৰ আঙঠিটো দেখিলে তেতিয়া ৰজাৰ সকলো কথা মনত পৰিল আৰু শোকত বিহ্বল হ'ল। এইবোৰ কথাকে ভাবি শোকত টাৱনি নোপোৱা হ'ল। তেনে সময়তে ধনমিত্ৰ নামৰ এজন প্ৰতাপী ধনী সদাগৰৰ মৃত্যু হ'ল। তেওঁ অপুত্ৰক আছিল। তেওঁৰ মৃত্যুত তেওঁৰ অগাধ সম্পত্তিৰ কোন গৰাকী হব তাক মন্ত্ৰীয়ে ৰজাক সু'ধি পঠিয়াইছে। এই সংবাদত ৰজাক শোকে পুনৰ যাবি ধৰিলে আৰু ৰজা মূৰ্চ্ছা গ'ল।

শকুন্তলায়ো কৰ্ত্তব্য পাহৰিলে। কণ্ব মুনিৰ তেওঁ জীয়টোৰ নিচিনা আছিল। মুনিয়ে শকুন্তলাৰ সৌভাগ্য দেৱতাৰ উপাসনা কৰিবৰ নিমিত্তে সোমতীৰ্থলৈ গৈছিল আৰু আশ্ৰমৰ অতিথি সৎকাৰৰ ভাৰ তেওঁকে দি থৈ গৈছিল। সৌভাগ্যক্ৰমে দেশৰ ৰজা দুষ্যন্তই

মৃগয়ালৈ আহি আশ্ৰমত অতিথি হলহি আৰু তেওঁক দেখি শকুন্তলা মদনসন্তপ্তা হ'ল আৰু গুৰুজনলৈ বাট নেচায় গান্ধৰ্ব্ব বিধি মতে বিবাহিতা হ'ল। মুনি সুবি অহাৰ আগতে ৰজা ৰাজপুৰীলৈ গুচি গ'ল। শকুন্তলা বিৰহ বেদনাত বিভোৰা। দুৰ্ব্বাসা হেন ঋষি অতিথি আহিল কবই নোৱাৰিলে। সেইবাবে কবিয়ে শকুন্তলাক কঠোৰ শাস্তি দিছে। গৰ্ভাৱতী শকুন্তলাক ৰাজসভাত দুষ্মন্তই বিয়া কৰা অস্বীকাৰ কৰিলে। ইয়াতকৈ ডাঙৰ শাস্তি নাৰীৰ কাৰণে আৰু কি হব পাৰে?

ৰাণী বসুমতীক চৰিত্ৰৰূপত নাই দেখুউৱা যদিও আনৰ মুখেই তেওঁৰ ৰাণী চৰিত্ৰ কৌশলেৰে প্ৰকাশ কৰিছে। শকুন্তলাৰ চাৰ আঁকি দুষ্মন্ত মগ্ন হৈ বিলাপ কৰি থকা গম পায় ৰাণীয়ে বৰ্ত্তমান গৰ্ব্বেৰে গৰ্ব্বিতা হৈ, তৰলিকাৰ হাতৰ পৰা চিত্ৰফলকটো কাঢ়ি লৈ বৰ কোবেৰে আহিছিল। পিছে বাটতে মন্ত্ৰীৰ চিঠি লৈ প্ৰতীহাৰীক ৰজাৰ ওচৰলৈ অহা দেখি ৰাজকাৰ্য্যত ব্যাঘাত হয় বুলি উলটি গ'ল।

কুলপতি কণ্ব মুনিক চতুৰ্থ অঙ্কতহে দেখা দিয়াইছে। কবি কালিদাসৰ কাব্যজগতত উচ্চতম স্থান। মহাকবিৰ কাব্যৰ ভিতৰত অভিজ্ঞান শকুন্তলম্ সৰ্ব্বোত্তম। অভিজ্ঞানশকুন্তলাৰ চতুৰ্থ অঙ্ক সবাতোকৈ ভাল। এই অঙ্কৰো চাৰিটা শ্লোক অতি উত্তম। এই চাৰিটা শ্লোকতে কণ্ব মুনিক হিন্দুৰ আদৰ্শ পিতৃ আৰু গুৰু ৰূপে দেখা পোৱা যায়। এই অঙ্কৰ ৬, ৯, ১১ আৰু ১৮ নম্বৰ সেই চাৰিটা শ্লোক মূল সংস্কৃততো দিয়া হৈছে। শকুন্তলাই পতি গৃহলৈ যাওঁতে বিদায়বেলাৰ সেৱা কৰোতে মুনিয়ে তোমাৰ মনোবাঞ্চা পূৰণ হওক বুলি আশীৰ্ব্বাদ দিয়া নাই, মোৰ মনোবাঞ্চা তোমাত পূৰণ হওক বুলিহে আশীৰ্ব্বাদ দিছে। কাৰণ সংসাৰৰ অনভিজ্ঞা

শকুন্তলাই নাজানি ভেতিয়া মনত অবাঞ্ছনীয় কথাও ভাবিব পাৰে।

প্ৰিয়ম্বদা অনসূয়াৰ নিচিনা সখী ৰূপ দিয়া মহাকবি কালিদাসৰ কাৰণেহে সম্ভৱ হৈছে। দুয়ো দুজনী সুকীয়া স্বভাৱৰ ছোৱালী। প্ৰিয়ম্বদা ধেমেলীয়া প্ৰিয় কথা কোৱা। শকুন্তলাক চল পালেই জোকাই। অনসূয়া কোমলমতীয়া, সৰলচিতীয়া, মাতৃ ভাৱাপন্না। শকুন্তলাৰ জীৱন আগলৈ কেনেকৈ সুখময় হয়, যাতে তেওঁলোকে অনুশোচনা কৰিবলৈ নেপায় তাৰ বাবে সতৰ্কিতা। দুষ্মন্তক চিনি পায় কেনেকৈ শকুন্তলাক ৰজাৰ লগত বিয়া দিব প্ৰিয়ম্বদা সেইটোত ব্যস্তপৰ হ'ল। অনসূয়াৰ চিন্তা হ'ল, ৰজাসকল বহুপত্নী কাজেহে পাছত সখীয়েকক অনাদৰ কৰে। সেইবাবে দুষ্মন্তৰ পৰা অনসূয়াই প্ৰতিশ্ৰুতি বিচাৰিলে। শকুন্তলাৰ দুখত দুই সখী সমানে দুখী। সুখৰ খবৰতে সখীয়েকক তেওঁলোকে কিয়ে দুখৰ খবৰ নিদিয়ে। দুৰ্বাসাৰ শাপৰ কোনো কথা শকুন্তলাক গম নিদিলে কিন্তু শাপ মোচনৰ উপায় কৰি থলে। ৰাতিটো ভালেৰে শুব পাৰিলেনে নাই প্ৰিয়ম্বদাই পুৱাতে লৰমাৰে খবৰ কৰিবলৈ। অনসূয়াৰ আকৌ মাক-জনীৰ দৰে সদায় কৰি থকা কামো কৰিবলৈ মন নেযায়, দুষ্মন্তই কিয় বুলি কৈ গৈ আজিলৈকে চিঠি এচোখৰো দিয়া নাই, অনসূয়াৰ এই-ভোৰ চিন্তা। মাকে জীয়েকলৈ সাৰৰি থোৱাদি বকুল ফুলৰ মালা এধাৰীকে মঙ্গল কালত দিবলৈ অনসূয়াই বহুত দিনৰ পৰা শকুন্তলালৈ সামৰি থৈছিল।

প্ৰিয়ম্বদা বয়সত ডাঙৰ, অনসূয়া সৰু। অপৰিচিত যুৱা পুৰুষ দুষ্মন্ত হঠাৎ তেওঁলোকৰ আগত ওলালত পূৰ্ণযৌৱনা প্ৰিয়ম্বদা শকুন্তলাই লাজত প্ৰথমে মাতিব পৰা নাছিল। অনসূয়াইহে কথা আৰম্ভ কৰিলে, আ'লহিৰ পৰিচয় বিচাৰিলে আৰু বালিকা সুলভ পত্নিৰে

সাধু কথা কোৱাদি শকুন্তলাৰো আঁতিগুৰি কলে, "এক ৰাজৰ্ষি আছে। মহাপ্ৰভাৱী ইত্যাদি ইত্যাদি।"

মহৰ্ষি বাল্মিকীৰ সীতাৰ দৰে মহাকবি কালিদাসৰ শকুন্তলাও এটি মানসী কন্যা। কিন্তু মহৰ্ষিয়ে সীতাক দিয়া অভিমান কনো মহা কবি কালিদাসে শকুন্তলাক দিয়া নাই। বনবাসৰ পাচত পূৰ্ণ মিলন হওঁতে সীতাই অভিমান কৰি পাতালৈ গ'ল; শকুন্তলাই নিজৰ ভাগ্যকহে দোষিলে, সেই কিদিনত তেওঁৰ পূৰ্ব্বজন্মৰ আৰ্জ্জিত পুণ্যফল পোৱাত প্ৰতিবন্ধক হৈছিল বুলি।

ৰূপে গুণে অতুলনীয়া শকুন্তলা এটি আদৰ্শ হিন্দু নাৰী চৰিত্ৰ। কবিয়ে শকুন্তলাক সৎক্ৰিয়াৰ প্ৰতিমূৰ্ত্তি বুলিছে। দেখাত এটি লৱনী লাহী গাৰে দিপলিপ ছোৱালী, কৃশাঙ্গী, তন্বী। কবিৰ শকু- ন্তলাৰ ৰূপ বৰ্ণনা অতি মধুৰ। যি চটি শ্লোকত এই ৰূপ বৰ্ণনা কৰিছে পাঠক সকলৰ উপভোগৰ কাৰণে তাক এই অনুবাদত দিয়া হৈছে। দুষ্যন্তই বিদুষকক কৈছে, "শকুন্তলাৰ ৰূপৰ কথানো তোমাক আৰু কি কম! মোৰ মনে হয়, শকুন্তলাক যেন বিধতাই আগেয়ে চৰিত্ত আঁকি লৈ তাৰ পাচত তাত প্ৰাণ দিছে, নতুবা বিশ্বৰ সমস্ত সৌন্দৰ্য্যৰ সাৰ গোটাই শকুন্তলাক গঢ় দিছে।' ইমানতো শকুন্তলাৰ ৰূপ পূৰা কোৱা নহ'ল ভাবি আকৌ কৈছে, শকুন্তলাৰ গাৰ গঠন আৰু বিধতাৰ নিৰ্ম্মাণ নিপুণতালৈ চায় শকুন্তলা স্ত্ৰী বস্তুৰ এক অপূৰ্ব্ব সৃষ্টি যেন লাগে।

শকুন্তলা আশ্ৰমত লালিতা-পালিতা, আশ্ৰমৰ গছ-লতা, পশু- পক্ষীৰ লগৰে এটি প্ৰকৃতিৰ জীয়ৰী। ফুল-লতা গছ-বনেই বাই- ভনী ককাই-ভাই। যেখালিও কৰে সিইতৰ লগতেই, নাযো একোটা দি লয় সিইতৰ। বিদায় বেলাত পিতাক কণ্বই তৰু- লতাবিলাকক'হে সম্বোধন কৰি কৈছিল শকুন্তলাক পতিগৃহলৈ যাবলৈ

বিদায় দিবলৈ। শকুন্তলাইয়ো বনজ্যোৎস্না নাম দিয়া নৱমালিকা ফুল জোপাক বিদায় লৈহে যাব পাৰিছে। শকুন্তলা যাবলৈ ওলোৱাত পহুৱে ঘাঁহ খাবলৈ এৰিছে, ম'ৰাই নাচিবলৈ এৰিছে। গছেও যেন পকাপাত সৰি চকুপানীহে টুকিছে। শকুন্তলাই তোলা পহু পোৱালীটোৱে যে কাপোৰ আঁজুৰি আগভেটা দি নেৰেই।

গুৰুজনে দিয়া বুজনি শকুন্তলাই সাৱোগত কৰি লৈছিল। স্বামীক কেতিয়াও বচাবচন বোলা নাই। নিজৰ কুল কলুষিত কৰি আনৰ কুলো নষ্ট কৰিবলৈ আহিছা বুলি দুষ্মন্তই যেতিয়া বচন বোলাতো শকুন্তলাই একো নকলে। কেৱল মাত্ৰ পৰবৈল অতা বৃদ্ধা গৌতমীৰ প্ৰতি কটুক্তি কৰি নাৰীজাতিৰ অপমান-সূচক কথা কোৱাতহে স্বামীক অনাৰ্য্য! নিজৰ অনুমানেৰে আনক ভাবিছে বুলিলে। সোৱামী শকুন্তলাই স্বামীৰে সৈতে একেলগে গুৰুজনৰ সমীপলৈ যাবলৈ লাজ কৰিলে। পুত্ৰকৰে সৈতেহে গৈ সেৱা কৰিলে।

কবিয়ে দুটি দুটি চৰিত্ৰ একেলগে সমাবেশ কৰি ইটোৰ পৰা সিটোৰ স্পষ্টতা সম্পূৰ্ণ ৰাখিছে। সখী দুগৰাকী, শিষ্য দুজন, মুনি দুজন, মালিনীও দুজনী আৰু তাপসীও দুগৰাকী। দুই সখীৰ স্পষ্টতা ওপৰত দেখুওৱা হৈছে। শিষ্য শাৰঙ্গৰৱে দুষ্মন্তক নাস্তি কৰা কাঢ্য তৰ্কযুক্তিৰে বচাই বুজাই সমাধা কৰিবলৈ যত্ন কৰিলে, শাৰদ্বতে সেইবোৰ নকৰে, গুৰুৱে কোৱামতে কৰি চালে, বকাই নেযালে, শকুন্তলাক এৰি থৈ যায়েই। সেইদৰে কোৰপৰা বাকী চৰিত্ৰ দিলাকো ইটোৰ সিটোৰ পৰা বেলেগ।

বিবাহৰ মূল উদ্দেশ্য—পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা এই শাস্ত্ৰবচনৰ সাৰ অভিজ্ঞানশকুন্তলাত দেখুৱাইছে। আশ্ৰমৰ সমুখত দুষ্মন্তক বৈখানসে আশীৰ্ব্বাদ দিছে, তোমাৰ নিচিনা গুণসম্পন্ন চক্ৰৱৰ্ত্তী পুত্ৰ

লাভ হক বুলি। দুষ্মন্তৰ ৰাণী দুগৰাকী তথাপি তেওঁ অপুত্ৰক। পুত্ৰ নোহোৱাত তেওঁৰ কুল লোপ পাব, গান্ধৰ্ব্ব মতে বিয়া ক বা সগৰ্ভা শকুন্তলাক মহৎ ফল দিব পৰা কঠিয়া সিঁচা মাটিৰ দৰে প্ৰত্যাখ্যান কৰি দুষ্মন্ত আত্মহাৰা হৈছিল। স্বামী স্ত্ৰী সম্বন্ধ পুত্ৰৰ অৰ্থে আৰু দুয়োকো বান্ধি ৰখা যাই সূত্ৰ পুত্ৰহে।

গোটেই নাটকত সমাবেশ কৰা কৌশল বিলাক অতি চমৎকাৰ। কুন্তলাৰ প্ৰতি দুষ্মন্তৰ মন টান খুৱাবলৈ নায়িকাৰ গাটো অলপ অলপকৈ কৌশলৰে দেখুৱাই গৈছে। ৰঙ্গত কেনেকুৱা দেখি, ভয়ত কেনে লাগে তাকো দেখুৱাইছে, সকলোবিলাকৰ স্বভাৱিক পৰিণতি ভাল পোৱাত পৰিণত কৰিছে। সৰ্ব্বদমনক চিনি পাবলৈও দুষ্মন্তৰ ঔৎসুক্য ক্ৰমাৎ বঢ়াই নিনি চৰম সীমাত পেলাইহে পুত্ৰৰ চিনাকি দিয়াইছে।

কালিদাসৰ উপমা প্ৰচুৰ আৰু উচ্চতম। কথাই প্ৰতি একোটা উপমা জোৰেজোৰাই আছেই।

অভিজ্ঞানশকুন্তলাৰ সাতোটা অঙ্কৰ প্ৰত্যেকটোৱেই সমানে সুন্দৰ। আজি প্ৰায় গোটেই জগতেই অভিজ্ঞানশকুন্তলাৰ সোৱাদ উপভোগ কৰিবলৈ বিচাৰিছে। জাৰ্ম্মান কবি গেটেই শকুন্তলাৰ প্ৰশংসা এইদৰে কৰিছে—

"Would'st thou the young years blossoms
And the fruits of its decline,
And all by which the soul is charmed
Enraptured, feasted fed ?
Would'st thou the earth and heaven itself
In one sole name combine
I name thee, O Sakuntala, and
All at one Is said."

"যৌবন কালৰ কুসুম আৰু তাৰ পৰৱৰ্ত্তি বোৱাৰ ফল, যাৰ দ্বাৰা তোমাৰ আত্মা বিমোহিত, তৃপ্ত আৰু সন্তোষিত হয়, তেনে বস্তুলৈ তোমাৰ মন যায় নে ? নাইবা স্বৰ্গ আৰু পৃথিৱী দুইকো একেলগে পাব খোজানে ? তেনেহলে হে শকুন্তলা ! মই তোমাৰ নাম কওঁ আৰু তাকে কলে তোমাতে সকলো পাব ।"

এনে সৰ্ব্বাঙ্গ সুন্দৰ সুমধুৰ অলৌকিক কাব্য পাঠক সকলে এই অনুবাদৰ পৰা উপভোগ কৰিব পাৰিলে নিজকে কৃতাৰ্থ মানিম। আমাৰ এই অনুবাদ স্বনামধন্য ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ ১৯২৮ চনৰ তাঙৰণৰ পৰা কৰা হৈছে । ইতি—

যোৰহাট,
বঙ্গালপুখুৰী ।
৯ । ৪ ১৯৩৪ ।

শ্ৰীৰামেশ্বৰ বৰুৱা ।

# অভিজ্ঞান-শকুন্তলম্

## প্ৰস্তাৱনা

যা সৃষ্টিঃ স্ৰষ্টুৰাদ্যা বহতি বিধিহুতং যা হবিৰ্যা চ হোত্ৰী,
যে দ্বে কালং বিধত্তঃ শ্ৰুতিবিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম্।
যামাহুঃ সৰ্ব্ববীজপ্ৰকৃতিৰিতি যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ,
প্ৰত্যক্ষাভিঃ প্ৰপন্নস্তনুভিৰৱতু বস্তাভিৰষ্টাভিৰীশঃ॥ ১

[ যি সৃষ্টিকৰ্ত্তাৰ আদি সৃষ্টি ( অৰ্থাৎ পানী ), যি বিধিমতে দিয়া হবি বহন কৰে ( অৰ্থাৎ অগ্নি ), যি হোম দিয়ে ( অৰ্থাৎ যজমান ), যি দুজনে কাল দুভাগ কৰিছে ( অৰ্থাৎ চন্দ্ৰ সূৰ্য্য ), যি শ্ৰুতিবিষয় গুণে বিশ্বব্যাপি আছে ( অৰ্থাৎ আকাশ ), যাক সকলো বীজৰ প্ৰকৃতি বোলে ( অৰ্থাৎ পৃথিৱী ) আৰু যাৰ দ্বাৰা প্ৰাণীবিলাক প্ৰাণৱন্ত হৈ আছে ( অৰ্থাৎ বায়ু )——এই আঠ ৰূপত দেখা পোৱা মহাদেৱে আপোনালোকক ( দৰ্শকবৃন্দক ) কুশলে ৰাখক । ]

[ নান্দী শ্লোকৰ পাচত ]

সূত্ৰধাৰ—( নেপথ্যৰ ফাললৈ মু কৰি ) আৰ্য্যে ! যদি সাজ-সজ্জাৰ কাম শেষ হৈছে তেন্তে এই ফালে আহাঁ ।

নটী—(প্ৰৱেশ হৈ ) আহিছোঁ, আৰ্য্যপুত্ৰ !

সূত্ৰধাৰ—আৰ্য্যে ! সুধীবৃন্দৰে আজি পৰিষদ ভৰা । সেই দেখি আজি কালিদাসৰ গ্ৰথিতবস্তু অভিজ্ঞান-শকুন্তলা

নাম্নৰ নতুন নাটকৰে সুধীবৃন্দক অভ্যৰ্থনা কৰা যুগুত। এতেকে প্ৰত্যেক ভাৱতে যত্ন ৰাখিবা।

নটী—অভিনয় ভাল কৰাত আৰ্য্যৰ পৰিহাস কৰিবলগা একো নেথাকে।

সূত্ৰধাৰ—আৰ্য্যে! তোমাক আচল কথা কওঁ।

সুধীবৃন্দ সন্তোষ নহয় মানে প্ৰয়োগ বিজ্ঞান সাধু হৈছে বুলি মানি লব নোৱাৰি। কাৰণ দৃঢ় হলেও শিক্ষিত-সকলৰ মনে নিজক বিশ্বাস নকৰে। ২

নটী—সেইটো হয়। তেনে তাৰ পিচত কি কৰিব লাগে আৰ্য্যই আদেশ কৰক।

সূত্ৰধাৰ—এনে পৰিষদক শ্ৰুতিপ্ৰসাদ দিয়াৰ বাহিৰে আন কি আছে? সেইবাবে এইমাত্ৰ আৰম্ভ হোৱা উপভোগ্য গ্ৰীষ্ম সময়ক লৈ এটি গীত গোৱা। কাৰণ সম্প্ৰতি—

শীতল পানীত গা ধুই ভাল লাগে; বনৰ বতাহ পাটলি ফুলৰ গোন্ধেৰে সুৰভি হৈছে; গছৰ ছাঁত সহজে নিদ্ৰা আহে আৰু দিনটোৰ শেষভাগ মনোৰম লাগে। ৩

নটী—ভাল তেনে। (গায়)

ইসীসি চুম্বিআইং ভমৰেহিং
সুউমাৰ কেসৰ সিহাইং।
ওদংসঅন্তি দঅমাণা
পমদাও সিৰীস কুসুমাইং॥ ৪

[ সংস্কৃত ভাঙনি :—

ঈষদীষচ্চুম্বিতানি ভ্রমরৈঃ সুকুমাৰ কেশৰশিখানি।

অবতংসয়ন্তি দয়মানাঃ প্ৰমদাঃ শিৰীষকুসুমানি ॥ ]

( ভোমোৰাবোৰে ফুলৰ কোমল কেশৰবোৰ অকণ অকণকৈ চুমিছে ; ৰমণীসকলেও শিৰীষ ফুলবিলাক আলফুলকৈ পিন্ধিছে। )

সূত্ৰধাৰ—আৰ্য্যে! সুন্দৰ গালা। তোমাৰ গীতৰ মধুৰ ৰাগত কেউপিনে দৰ্শকবৃন্দ মুগ্ধ হৈ, ছবিৰ দৰে ৰ লাগি আছে। এতিয়ানো বাক কোনখন নাটকৰে অভ্যৰ্থনা কৰোঁহক ?

নটী - কিয় ? প্ৰথমতেই আৰ্য্যমিশ্ৰই কৈছিল নহয়—অভিজ্ঞান শকুন্তলা নামৰ অপূৰ্ব্ব নাটক প্ৰয়োগৰ বাবা বুলি ?

সূত্ৰধাৰ--ঠিক মনত পেলাইছা, আৰ্য্যে! মই ক্ষন্তেকতে তেনেই পাহৰি গৈছিলোঁ ; কাৰণ—

তোমাৰ হৃদয়গ্ৰাহী গীত মাধুৰ্য্যই—মোক একেবাৰে পাহৰাই পেলাইছিল। এইয়া চোঁৱা, ৰজা দুষ্মন্তকো অতি বেগী হৰিণাটোৱে পাহৰাই লৈ আহিছে। ৫

[ দুয়ো ওলাই যায়। ]

## প্ৰথম অঙ্ক

[ তাৰ পাচত দুহাতে ধনুশৰ লৈ ৰথত উঠি মৃগানুসাৰী ৰজা আৰু সূতৰ প্ৰবেশ। ]

সূত—( ৰজা আৰু পছটোলৈ চায় ) আয়ুষ্মন্! ধনুৰ জোৰ টানি কৃষ্ণ শৰটোলৈ চকু দি গৈ থাকোতে আপোনাক সাক্ষ্যাৎ মৃগানুসাৰী পিনাকি যেন লাগে। ৬

ৰজা—সূত! আমাক এই শৰটোৱে বহুত দূৰলৈ আনিলে আকৌ ই এতিয়াও—

চোঁৱা, ডিঙ্গ বেকা কৰি ঘনাই ঘনাই ৰথলৈ চকু দি যাওঁতে কেনে ধুনীয়াটি হৈছে, গাৰ আগ ডোখৰত কাঁড় পৰে বুলি ভয়ত কেনেকৈ পাচ ডোখৰ কোঁচাই আগ কৰি গৈছে, ভাগৰি মুখ মেলি যোৱাত আধা খোৱা দাঁহবোৰ সৰি বাটত পৰি গৈছে, দীঘল দীঘলকৈ জাপ দিয়াত সি বেচি ভাগ আকাশেৰেই গৈছে, মাটিয়েদি অলপহে গৈছে। ৭

সেইবাবে মই খেদি পাচতে আছিচোঁ যদিও তাক বৰ যত্নেৰে হে চাব লগীয়া হৈছে।

সূত—আয়ুষ্মন্! ঠাই ডোখৰ খলাবমা দেখি লেকাম টানি ধৰাবাবে ৰথৰ বেগ কমিছে আৰু পছ আঁতৰি গৈছে। এইয়া সমান ঠাই পায়ছেহি—ই আৰু আপোনাৰ আঁতৰ হব নোৱাৰে।

ৰজা—তেনে লেকাম এৰি দিয়া।

সূত—আয়ুষ্মানে যি আদেশ দিছে।

( ৰথৰ বেগ দেখুৱাই )

আয়ুষ্মন! দেখক, দেখক—

লেকাম এৰি দিলত, ঠিক যেন, পহুৰ বেগ সহ্য কৰিব নোৱাৰিছে যোঁৱাই সিহঁতৰ আগ গা দীঘল কৰি চামৰ শিখা আৰু কানৰ আগ লৰচৰ ৰকৰাকৈ নিজৰ খুৰাৰ ধুলি অতিক্ৰম কৰি দৌৰিছে। ৮

ৰজা। সচাঁই আমাৰ ঘোঁৰাই সূৰ্য্য আৰু ইন্দ্ৰৰ ৰথৰ ঘোঁৰাকো চেৰ পেলাই দৌৰিছে।

সেইছে সক দেখা বস্তুবোৰ ক্ষন্তেকতে ডাঙৰ হৈ গৈছে, বিভিন্ন বস্তুও একেটা দেখাইছে, প্ৰকৃত বেকাটোও চকুত পোন হৈ পৰিছে। ৰথৰ বেগত কোঁনো বস্তু এখন্তেকো ওচৰত থাকিব পৰা নাই আৰু দূৰতো ৰব পৰা নাই। ৯

সূত। এইয়া চোঁৱা ইয়াক মাৰিলোঁ—

( ধনুত শৰ জোৰা দেখুৱাই )

নেপথ্যত—নেমাৰিব, নেমাৰিব, হে ৰাজন! এইটো আশ্ৰম মৃগ!

সূত—( শুনি আৰু চায় ; আয়ুষ্মন্! আপোনাৰ আৰু মাৰিব খোজা কৃষ্ণ শৰটোৰ মাজত সেইকিজন তপস্বী উপস্থিত।

ৰজা—( আবেগ সহকাৰে ) তেনে ঘোঁৰা ৰাখা।

সূত—ভাল। ( ৰথ ৰাখে )

[ তাৰ পাচত শিষ্যসহ বৈখানসৰ প্ৰৱেশ ]

বৈখানস—( হাত ডাঙ্গি ) হে ৰাজন্! এইটো আশ্ৰম মৃগ নেমাৰিব, নেমাৰিব।

তুলাত জুই দিয়াৰ দৰে পহুৰ এই কোমল শৰীৰত শৰ নেমাৰিব। অতি চকিত জীৱনৰ হৰিণা-বিলাক ক'ত আৰু বজ্ৰৰ নিচিনা চোকা আপোনাৰ মৰণাস্ত্ৰ ক'ত? ১০

ধনুত জোৰা শৰ গুচায় লওক; আপোনাৰ শৰ আৰ্ত্তত্ৰাণৰ কাৰণেহে নিৰপৰাধী প্ৰহাৰৰ কাৰণে নহয়। ১১

ৰজা—তেনে এইয়া শৰ সামৰিলোঁ। (কোৱামতে কৰে)

বৈখানস—পুৰুবংশ প্ৰদীপ আপোনাৰ ই স্বৰূপ হৈছে। পুৰু-বংশত যাৰ জন্ম তাৰ এনেৰূপ হবই। আপোনাৰ এনেকুৱা গুণসম্পন্ন চক্ৰবৰ্ত্তী পুত্ৰ লাভ হক। ১২

ৰজা—(প্ৰণাম কৰি) আশীৰ্ব্বাদ শিৰত ল'লো।

বৈখানস—ৰাজন্! আমালোক সমিদ আহৰণৰ কাৰণে যাওঁ। সৌৱা মালিনী নদীৰ তীৰত কাশ্যপ গোত্ৰৰ কুলপতিৰ আশ্ৰম দেখা গৈছে। যদি আন কাৰ্য্যত আপোনাৰ হানি নহয় তেনে তাতে গৈ অতিথি সৎকাৰ গ্ৰহণ কৰক; আৰু

তপোধনসকলৰ বেদবিহিত কাৰ্য্য বিঘিনি নোহোৱাকৈ শ্ৰুতিমতে চলিছেনে নাই, তাকৈ চায়, ধনুৰ গুণ টানি সাঁচ লগা আপোনাৰ বাহুৱে, তাক কিমান দূৰ ৰক্ষা কৰিছে নিজে বুজি যক। ১৩

ৰজা—কুলপতি ইয়াত আছে জানো?

বৈখানস—এইমাত্র জীয়েক শকুন্তলাক অতিথি সৎকাৰৰ ভাৰ দি তাইৰ দৈৱৰ অশুভ দূৰীকৰণাৰ্থে সোমতীৰ্থলৈ গৈছে।

ৰজা—বাৰু তেনে তেওঁকে দেখা কৰিম। তেওঁ নিশ্চয়, মোৰ ভক্তি বৃত্তি মহৰ্ষিক কব।

বৈখানস—আমি তেনে আহিছোঁ।

( শিষ্যসহ প্ৰস্থান )

ৰজা - সূত ! ঘোঁৰা খেদোৱা। পুণ্যাশ্ৰম দৰ্শন কৰি নিজক পবিত্ৰ কৰোঁ।

সূত আয়ুষ্মানে যি আদেশ দিছে।

( আকৌ ৰথৰ বেগ দেখুৱাই )

ৰজা—( চাৰিউফালে চায় ) সূত ! নোকোৱাকৈয়ে জনা যায়, এইখন তপোধনৰ আশ্ৰম।

সূত—কেনেকৈ ?

ৰজা – কিয়, তুমি মন কৰা নাই ?

তাটো চৰাইৰ খোন্দৰ বাঁহবোৰৰ পৰা ঘাঁহ আৰু ধানবোৰ গছৰ তলবিলাকত সৰি আছে ; কোনো ঠাইৰ নিমজ শিল দেখি বুজিব পাৰি, তাত ইঙ্গুদিফল ভাঙ্গি তেল উলিয়াইছে ; পশুবোৰে, বিশ্বাস পায়, আঁতৰি নগৈ, ৰথৰ শব্দ সহ্য কৰি বৈ আছে। পানীলৈ যোৱা বাটত, তিতা বক্কল বসনৰ আগৰ পৰা পানী পৰি, একোটা ৰেখা অঙ্কিত হৈ আছে। ১৪

সূত—বুজিছোঁ।

ৰজা—( অলপ ৰৈ ) তপোবনবাসীসকলৰ যাতে অসুবিধা নহয়, ইমানতে ৰথ ৰাখা। মই নামি যাওঁ।

সূত—লেকাম ধৰিছোঁ, আয়ুষ্মান নামক।

ৰজা—( নামি ) সূত! তপোবনলৈ বোলে বিনীত বেশেৰে যাব লাগে। এইবোৰ ধৰা।

( সূতক সাজপোচাক আৰু ধনুশৰ খুলি দিয়ে )

সূত! আশ্ৰমবাসীসকলক দেখা কৰি মই ঘূৰি নাহোঁ মানে তুমি ঘোঁৰাকিটাৰ পিঠিত পানী মোহাৰি দিয়া।

সূত—ভাল। ( প্ৰস্থান )

ৰজা—( অলপ ৰৈ চায় ) এইখন আশ্ৰমৰ দুৱাৰ যো'তয়া এই পিনেই সোমাই যাওঁ।

( প্ৰবেশ কৰি দক্ষিণবাহু কঁপাৰ ভাও দেখুৱাই।

এইখন আশ্ৰম, শান্তিৰ স্থান, অথচ মোৰ বাহু নাচিছে। ইয়াৰ ফল ক'ত? অথবা হ'ব লগাৰ দুৱাৰ মুকলি কেউফালেই আছে। ১৫

নেপথ্যত—এইফালে, এইফালে, সখীহঁত।

ৰজা—( কাণ দি ) অ' আলাপৰ মিহিলা শুনা গৈছে পুলি গছৰ বাগিচাৰ দক্ষিণফালে। যাক তালৈকে যাওঁচোন।

( যায় আৰু চায় )

আহা! এই কেইগৰাকী তপস্বী কন্যা, নিজৰ নিজৰ

গাৰ জোখাৰে এঢোকটি পানী দিয়া কলহ লৈ, পুজি গছত পানী দিবলৈ বুলি এই ফাললৈকে আহিছে। (ভালকৈ চায়) আহা! এওঁলোকৰ দৰ্শন কেনে মধুৰ!

অন্তঃপুৰ-দুৰ্লভ এনে ৰূপ যদি আশ্ৰমবাসীৰ হয় তেনে বনৰ লতাই উদ্যান লতাক গুণত একেবাৰে চেৰ পেলালে। ১৬

বাৰু এই ছাঁতৰ আশ্ৰয় লৈ এওঁলোকক চাই থাকোচোন।

(বৈ চাই থাকে)

(তাৰ পাচত উল্লিখিত ৰূপে দুই সখীৰ লগত শকুন্তলাৰ প্ৰৱেশ)

শকুন্তলা এইফালে, এইফালে সখীহঁত।

অনসূয়া—হেৰা শকুন্তলা! মই ভাবোঁ, পিতা কাশ্যপৰ এই আশ্ৰমৰ গছ পুলবোৰ তোমাতকৈও বেচি মৰমৰ। কাৰণ নৱমালিকাৰ নিচিনা আলপুৱা তোমাকো এই গছৰ গুৰিত পানী দিবলৈ লগাইছে।

শকুন্তলা—পিতাই লগাইছে বুলিয়েই নহয়, মোৰ যে ইহঁতলৈ সোদৰ স্নেহ আছে।

(পানী দিয়া দেখুৱাই)

ৰজা—কি! এৱেঁই সেই কণ্বদুহিতা! তেখেত কাশ্যপক নিশ্চয় অসাধু দেখাইছে, যি এওঁক এই আশ্ৰম কৰ্মত নিযুক্ত কৰিছে।

বিনা আভৰণে ধুনীয়া এই শৰীৰ যি কষ্টসাধ্য কৰাৰ খুজিছে তেওঁ নিশ্চয় পদুম ফুলৰ পাহীৰ ধাৰেৰে সমিধ গছৰ ডাল কাটিবৰ উপক্ৰম কৰিছে। ১৭

বাৰু যিহক গছৰ আঁৰৰ পৰা মুকলিমূৰীয়া এওঁলোকক চায় থাকোচোন। (তেনে কৰে)

শকুন্তলা—(পানী দিবলৈ এৰি বৈ) সখী অনসূয়া! প্ৰিয়ম্বদা জনীয়ে বুকৰ বল্কলখন টানকৈ বান্ধি দিলেহে, দুখ পাইছোঁ। ঢিলাই দিয়াচোন।

অনসূয়া—বাৰু দিওঁ। (ঢিলাই দিয়ে)

প্ৰিয়ম্বদা—এইবাৰে দুকু ডাঙৰ কৰা তোমাৰ নিজৰ যৌবনক দোষ দিয়া।

ৰজা—নিশ্চয় বল্কল বসন এওঁৰ বয়সৰ অনুৰূপ হোৱা নাই। তথাপিতো সি অলঙ্কাৰশ্ৰী নবঢ়োৱাকৈ থকা নাই। কাৰণ—

শেলাই লাগি থাকিলেও পদুম সুন্দৰ, চন্দ্ৰ মলিন যদিও কলঙ্কই তাৰ শোভা বঢ়াই। এওঁ গাভৰুও বল্কলৰ দ্বাৰা অধিক মনমোহাহে হৈছে। ধুনীয়াক যে কিহে সুশুৱাই। ১৮

শকুন্তলা—সো পুনি বকুলজোপাই, বতাহত লৰা পাতেৰে, মোক যেন আঙুলিয়াই তভাতৈয়াকৈ তাৰ ওচৰলৈহে মাতিছে; মই তাৰ অনুৰোধ ৰাখোঁ, আদৰ কৰোঁগৈ। (যায়)

প্ৰিয়ম্বদা—হেৰা শকুন্তলা! সেইখিনিতে ক্ষন্তেক ৰোৱাচোন! কাৰণ, তুমি কাষ চাপিলত বকুল পুলিটো লতাসনাথ যেন দেখাইছে।

শকুন্তলা—এই কাৰণেই তুমি প্ৰিয়ম্বদা নাম পাইছা।

ৰজা—প্ৰিয় হলেও প্ৰিয়ম্বদাই শকুন্তলাক উচিত কথাই কৈছে। তেওঁৰ একেবাৰে—

ওঁঠ দুটি কুঁহিপাতৰ নিচিনা ৰঙা, হাত দুখনি ডাল দুটিৰ দৰে কোমল। ফুলপাহৰ দৰে তেওঁৰ গোটেই গাটি লোভনীয় যৌৱনেৰে ভৰপুৰ হৈছে। ১৯

অনসূয়া—হেৰা শকুন্তলা! এই আম জোপাৰ স্বয়ং-বৰ-বধূ, তুমি বনজ্যোৎস্না নাম দিয়া, এই নৱমালিকা ফুল জুপিলৈ পাহৰি গ'লাবেকি?

শকুন্তলা—তেতিয়াহলে মই নিজকে পাহৰি যাম।

(লতাৰ ওচৰলৈ গৈ চায়)

হেৰা, ঠিক ৰমনীয় কালতে এই তৰু-লতা হালৰ মিলন হৈছে। নৱকুসুম-যৌৱনা বনজ্যোৎস্নাক, নতুন পাতেৰে ভৰা আম জোপাই, উপভোগ কৰিব পৰা হৈছে। (চায় চায় ৰৈ থাকে)

প্ৰিয়ম্বদা—অনসূয়া! শকুন্তলাই বনজ্যোৎস্নাক কিয় ইমানকৈ চাইছে, জানিছা?

অনসূয়া—নাইজনা, কোৱাচোন।

প্ৰিয়ম্বদা—যেনেকৈ বনজ্যোৎস্নাই অনুৰূপ বৃক্ষৰ লগত লগ

লাগিছে হেনেকৈ যদি মযো মোৰ অনুৰূপ বৰ পালো-
হেঁতেন—এই বুলি।

শকুন্তলা—এইটো নিশ্চয় তোমাৰ নিজৰ মনোবাঞ্ছা।

( গছত পানী দিয়লৈ কলহ তুলয় কৰে )

ৰজা—কুলপতিৰ কোনো অসবৰ্ণ স্ত্ৰীৰ পৰা এওঁৰ সম্ভৱ হব
পাৰেনেকি ? নতুবা সন্দেহৰ কোনো কাৰণেই নাই—
মোৰ সাধুমনে যেতিয়া এওঁৰ অভিলাষী হৈছে—
এওঁ নিশ্চয় ক্ষত্রিয়ৰ ভাৰ্য্যা হব পৰা হব লাগিব,
কাৰণ সৎলোকৰ সন্দেহ বস্তুত অন্তঃকৰণ প্ৰবৃত্তিয়েই
প্ৰমাণ। ২০

তথাপি তেওঁৰ আচল তত্ব অন্বেষণ কৰা হক।

শকুন্তলা—( ভয় খায় ) আই ঔ ! গাত পানী পৰি ভোমোৰা-
টোৰ খং উঠিলত নৱমালিকা এৰি মোৰ মুখলৈকে
খেদি আহিছে ! ( ভোমোৰাক বাধা দিয়া দেখুৱাই )

ৰজা—( হেঁপাহেৰে চায় ) হে মধুকৰ ! তুমি বড়ভৰীৰ শকুন্তলাৰ
চকিত নয়ন, সঘনে উশাহ লওতে, স্পৰ্শ কৰিছা ;
গুণ গুণকৈ কানৰ ওচৰত যেন লাহে লাহে কিবা
গুপুত কথাহে কৈছা ; তুমি তেওঁৰ ৰতিসৰ্ব্বস্ব মধুৰ
অধৰ, হাতেৰে বাধা দি থাকোতেও, পান কৰিছা।
এইপিনে আমি আঁটিগুৰি বিচাৰি মৰিছোঁ। আৰু সিপিনে
তুমি কৃতকাৰ্য্যই হৈছা। ২১

শকুন্তলা—এই দুষ্টই মেৰে, আৰু ঠাইলৈ যাওঁ।

( কেইখোজমান গৈ বৈ ভয় কৰি চায় )

কিয় ইয়ালৈকো আহিছ ? হেৰাইক ! মোক পৰিত্ৰাণ কৰা ; এই দুৰ্বিনীত ভোমোৰাটোৱে বিয়াকুল কৰিছে।

দুয়োসখী - (হাঁহি ) আমি পৰিত্ৰাণ কৰিবলৈ কোন ? দুষ্মন্তক মাত', ৰজাইহে তপোবন ৰক্ষা কৰে।

ৰজা—নিজক প্ৰকাশ কৰিবলৈ এয়ে অৱসৰ। ভয় নাই, ভয় না.........ই......... ( আধাতে নিজে নিজে ) ৰজাৰ চিনাকী যে এস্থিয়া ওলাই পৰিব। বাক এইদৰে কোৱা হক।

শকুন্তলা—( এখোজ গৈ বয় আক ভয় কৰি চায় ) কি ! ইয়ালৈকো খেদি আহিছ ?

ৰজা—( বেগাই ওচৰ চাপি ) দুষ্টক দমন কৰা পৌৰবে বসুমতী শাসন কৰোঁতে কোনে এই মুগ্ধ তপস্বী কন্যাক অবিনয় আচৰণ কৰিছে। ২২

( ৰজাক দে'খ সকলোৱে যেন কিঞ্চিৎ চক খাই )

অনসূয়া— আৰ্য্য ! বিশেষ একো ভয় নাই। আমাৰ এই প্ৰিয় সখী, ভোমোৰাই খেদিলত কাতৰ হৈছে।

( শকুন্তলাক দেখুৱাই দিয়ে )

ৰজা—( শকুন্তলাৰ কাষে ঘূ কৰি ) তপস্যা বৃদ্ধি পাইছেনে ?

শকুন্তলা—( ভয়ত কথা নোকোৱাকৈ থাকে )।

অনসূয়া— হয় এতিয়াহে অতিথি-বিশেষ লাভ হোৱাত। হেৰা

শকুন্তলা! তুমি কুটীৰলৈ যোৱা; ফলসহ অৰ্ঘ্য আনাগৈ। পাদোদক এয়ে হ'ব।

ৰজা—তোমালোকৰ মধুৰ বচনতে মোৰ অতিথি সৎকাৰ হৈছে।

প্ৰিয়ম্বদা—তেনে আৰ্য্যই এই সপ্তপৰ্ণ বেদিকাৰ শীতল ছাঁত ক্ষন্তেক বাহি পৰিশ্ৰম বিনোদ কৰক।

ৰজা—তোমালোকেও নিশ্চয় এই কামত ভাগৰিছা।

অনসূয়া—হেৰা শকুন্তলা! আমাৰো অতিথিক সন্তোষ দিয়া উচিত; এইখিনিতে সকৌহক আঁহা। (সকলো বহে।)

শকুন্তলা—(নিজে নিজে) কিয় বাৰু এওঁক দেখি, মোৰ মনত তপোবন বিৰোধী ভাবৰ বিকাৰ হৈছে?

ৰজা—(আটাইকিগৰাকীলৈ চাই) বয়সেৰূপে সমনীয়া তোমালোকৰ সৌহাৰ্দ্য নৰ মধুৰ!

প্ৰিয়ম্বদা—(আনে নুশুনাকৈ) অনসূয়া! কোননো এওঁ, মধুৰ গম্ভীৰ আকৃতিৰ, চতুৰ প্ৰিয় কথা কোৱা? কোনোবা প্ৰভাৱশালীলোক যেন লাগিছে!

অনসূয়া—সখি! মোৰো কৌতুহল হৈছে। তেনে এওঁক সোধোঁয়েই। (প্ৰকাশ কৰি) আৰ্য্যৰ মধুৰ আলাপজনিত বিশ্বাসে মোক সুধিবলৈ উদগাইছে; কোন ৰাজৰ্ষিবংশ বা আৰ্য্যাই অলঙ্কৃত কৰিছে? কোন দেশৰ লোকক বা আৰ্য্যাই বিৰহ ব্যাকুল কৰি থৈ আহিছে? কি নিমিত্তে বা সুকুমাৰ শৰীৰত তপোবন পৰিশ্ৰমৰ ভাৰ নিজে লব লগা হৈছে?

শকুন্তলা—( নিজে নিজে ) হৃদয়! উদ্বিগ্ন নহবি। এইয়া তোর চিন্তা করা কথা অনসূয়াই সুধিছে।

রজা—( নিজে নিজে ) এতিয়া নিজক কি বুলি পৰিচয় দিওঁ? নিজৰ অপলাপ বা কৰোঁ কেনেকৈ? বাক, এওঁক এইদৰেই কওঁ। ( প্ৰকাশ কৰি ) পুৰুবংশৰ ৰজাৰ দ্বাৰা যি জনক ৰাজকাৰ্য্যত নিযুক্ত কৰা হৈছে সেই জনেই মই। যজ্ঞাদি কৰ্ম্ম নিৰ্ব্বিঘ্নে সমাপন হৈছেনে নাই জানি যাবৰ কাৰণে এই ধৰ্ম্মাৰণ্যলৈ আহিছোঁ।

অনসূয়া—ধৰ্ম্মচাৰীসকল এতিয়াহে সনাথ হৈছে।

শকুন্তলা—( শৃঙ্গাৰ লজ্জাৰ ভাব দেখুৱাই )

দুয়োসখী—( উভয়ৰ ভাব গতি চাই আনে শুনানাকৈ ) হেৰা শকুন্তলা! আজি যদি পিতা ঘুৰি পাইছি।

শকুন্তলা—পালে কি হ'ব?

দুয়োসখী—জীৱনৰ সৰ্ব্বস্বটি দি হলেও এইজন অতিথি বিশেষক কৃতাৰ্থ কৰিব।

শকুন্তলা—গুচা তোমালোক। হৃদয়ত কি ভাব লৈছে কথা-বোৰ কোৱা। তোমালোকৰ কথা মই নুশুনো।

ৰজা—আমিও তোমালোকৰ সখীয়েৰাৰ বিষয়ে এবাৰ সুধিব খোজোঁ।

উভয়সখী—আৰ্য্য! আপোনাৰ এই প্ৰাৰ্থনা অনুগ্ৰহহে।

ৰজা—ভগবান কাশ্যপ চিৰ ব্ৰহ্মচাৰী বুলি প্ৰখ্যাত আৰু তোমালোকৰ সখীয়েৰা তেখেতৰে জীয়েক, এইটো

কেনেকুৱা কথা ?

অনসূয়া—আৰ্য্যা, শুনক। মহাপ্ৰভাৱী কৌশিক গোত্ৰৰ এক ৰাজৰ্ষি আছে।

ৰজা—আছে শুনিছোঁ।

অনসূয়া—তেওঁকে আমাৰ প্ৰিয়সখীৰ জন্মদাতা বুলি জানিব। এবিধৰ যোৱাত তুলিতালি ডাঙৰ-দীঘল কৰা বাবে তাত কাশ্যপ এওঁৰ পিতা।

ৰজা—এবি থৈ যোৱা বোলাত মোৰ কৌতুহল জন্মিল। শুৰিবে পৰা শুনিব খোজোঁ।

অনসূয়া—শুনক আৰ্য্যা! পাচে সেই ৰাজৰ্ষিৰ উগ্ৰ তপস্যা দেখি, কি নিমিত্তে ভয় খায়, দেৱতাসকলে নিয়ম-বিঘ্ন-কাৰিণী মেনকা নামৰ অপ্সৰা গৰাকীক পঠিয়াই দিলে।

ৰজা—আনৰ তপস্যা কৰা দেখিলে ভয় খোৱা স্বভাৱটো দেৱতাসকলৰ আছে হয়।

অনসূয়া—পাচে তেতিয়া সেই বসন্তৰ ৰমণীয় বেলাত তেওঁৰ সেই উন্মাদৰূপ দেখি—

( আধাতে লাজত কথ ৰোৱাবি বয় )

ৰজা—তাৰ পাচত বুজাই গৈছে। তেন্তে এওঁ সকলো প্ৰকাৰে অপ্সৰা সম্ভৱা ?

অনসূয়া—হয়।

ৰজা—যুগুত হৈছে।

মানুহৰ এনে ৰূপৰ সম্ভৱ হ'ব কেনেকৈ ? চিক্-
মিকীয়া বিজুলিটো মাটিৰ তলৰ পৰা নোলায়। ২৩

শকুন্তলা—( তলমূৰ কৰি থাকে )।

ৰজা—( নিজে নিজে ) মোৰ মনোবাঞ্ছাই ঠাই পালে। কিন্তু সখীয়েকে যে বৰ প্ৰাৰ্থনাৰ কথা কৈ ধেমালি কৰিছিল সেই কথাত আকৌ মোৰ মন দ্বিধা ভাৱত কাতৰ হৈছে।

প্ৰিয়ম্বদা—( হাঁহি শকুন্তলালৈ চাই নায়কৰ ফালে মূৰ কৰি ) আৰ্য্যই আৰু যেন কিবা কব খুজিছে ?

শকুন্তলা—( সখীয়েকক আঙুলিৰে ভাবি দিয়ে )

ৰজা—তুমি ঠিক ধৰিছা। সচ্চৰিত্ৰ শ্ৰৱণ লোভত মোৰ অন্য একাষাৰ শুধিবৰ মন গৈছে।

অনসূয়া—নেলাগে বিচাৰ কৰিব। তপস্বীজনক সোধাৰ কোনো নিয়ন্ত্ৰণ নাই।

ৰজা—তোমালোকৰ সখীয়েৰাৰ বিষয়ে এইটো জানিব খোজোঁ।—
বিয়া নিদিয়ে মানেহে তেওঁ মদন-বিৰোধী বানপ্ৰস্থ ব্ৰত পালন কৰিব, নে সদৃশ নয়না প্ৰিয় হৰিণীবিলাকৰ সৈতে যাবৎ-জীৱন কাল কটাব ? ২৪

প্ৰিয়ম্বদা—এওঁ দৈনন্দিন কৰ্ম্মতো আনকি পৰাধীনা। পিচে অনুৰূপ বৰ পালে গুৰুৰ দিবলৈ সংকল্প আছে।

ৰজা—( নিজে নিজে ) তেনে মোৰ মনোবাঞ্ছা দুঃসম্পাদ্য নহয়।
হৃদয় ! এতিয়া অভিলাষী হ, সন্দেহ নিৰ্ণয় হ'ল।

যাক ভুই বুলি আশঙ্কা কৰিছিলি সি এতিয়া চুব পৰা গল্প। ২৫

শকুন্তলা—( খঙেৰে ) অনসূয়া, মই যাওঁ।

অনসূয়া—কি নিমিত্তে ?

শকুন্তলা—এই অসম্বন্ধ প্ৰলাপিনী প্ৰিয়ম্বদাজনীৰ কথা আৰ্য্যা গৌতমীক কৈ দিওঁগৈ।

অনসূয়া—সখি! সৎকাৰ নকৰাকৈ অতিথিবিশেষক এৰি থৈ ইচ্ছামত গুচি যোৱা উচিত নহয়।

শকুন্তলা—( একো নকৈ গৈ থাকে )।

ৰজা—( ধৰি আনিবলৈ যাবলৈ ভাব কাৰ নগৈ ৰৈ, নিজে নিজে ) আহা! কামীজনৰ মনোবৃত্তি চেষ্টাত পতিফলিত হৰ খোজে। মই—

মুনি তনয়াৰ পাচত হঠাৎ যাব খুজি বিনয় বশতঃহে ৰৈছোঁ। ঠাই এৰি নাই যোৱা যদিও গৈ যেন ঘূৰি আহিলোঁ। ২৬

প্ৰিয়ম্বদা—( শকুন্তলাক আগচি ধৰি ) হেৰা, তোমাৰ যোৱা অযুক্ত।

শকুন্তলা—( চকু পকাই ) কি নিমিত্তে ?

প্ৰিয়ম্বদা—মোৰ গছত পানী দিয়া দুকলহ তোমাৰ ধাৰ আছে; আহা, আগেয়ে নিজক মুক্ত কৰা তাৰ পাচত যাবা। ( বলেৰে ধৰি ওভোতাই আনে )।

ৰজা—ভদ্ৰে! গছত পানী দি এওঁ ভাগৰি পৰিছে যেন

লাগিছে। চোৰাঁচোৰ এতিৱ—

কলহ ভোলোতে খা-বিচনি জুটি লবি পৰো যেন হৈছে, ভলুৱা ডুখনি ভেক্কাল বস্তা হৈছে। ঘনাই উশাহ লোৱাত এতিয়াও বুকু কোপনিয়ে ধৰি আছে, কানৰ শিৰীষ ফুল পাকোতেও মুখত ঘামৰ জাল বান্ধিছে। মুকলি হোৱা খোপা এফালেদে বন্ধাত মুখৰ চুলিও আউলি-বাউলি হৈছে। ২৭

সেই দেখি মযে এওঁক ঋণমুক্তা কৰোঁ।

( আঙঠি এটা দিব খোজে )।

ডুযোসখী—( আঙঠিত কটা নামৰ আখৰ পঢ়ি ইজনীয়ে সিজনালৈ চায় )।

ৰজা—আমাক আন নেভাবিবাচক। ই ৰজাৰ পৰিগ্ৰহ হেতু আমাক এজন ৰাজপুৰুষ বুলি জানিবা।

প্ৰিয়ম্বদা—তেনে এই আঙঠিটো আঙুলিৰ পৰা আঁতৰোৱা অযুগুত। আৰ্যাৰ বচনতে এতিয়া এওঁ ঋণমুক্তা হৈছে। ( অলপ হাঁহি ) হেৰা শকুন্তলা! তুমি মুক্তি পাইছা এই আৰ্য্য বা মহাৰাজৰ অনুগ্ৰহত। এতিয়া যোৱাঁ।

শকুন্তলা—( নিজে নিজে ) যদি মই নিজক ৰখাব পাৰিলোহেঁতেন! ( প্ৰকাশ কৰি ) তুমি মোক ৰাখিলে কৰৰ বা কোন বাখিবৰ বা কোন?

ৰজা—( শকুন্তলাক চায় নিজে নিজে ) তেওঁলৈ মোৰ মন যেনে হৈছে তেওঁৰো কিজানি মোলৈ তেনে হৈছে।

নতুবা মোৰ অভিলাষ—প্ৰকাশ পাইছেই। কিয়নো—

যদিও তেওঁ মোৰ কথাত কথা কোৱা নাই তথাপি মই কথা কলে কান দি শুনি থাকে। মোৰ ফালে মুকৈ নেথাকে হয়—কিন্তু আন বস্তুকোতো বেচি পৰ চায় নেথাকে। ২৮

নেপথ্যে—

হে তপস্বীসকল! তপোবনৰ প্ৰাণীবোৰ ৰক্ষা কৰিবৰ কাৰণে সকলো চাপি আহঁক। মৃগয়া-বিহাৰী পাথিব দুষ্যন্ত আহি ওচৰ পাইছেহি।

সন্ধিয়াৰ ৰ'দত ৰঙা হৈ, পতঙ্গবিলাকৰ দৰে, তিতা বল্কল ওলোমা গছৰ ডালত, ঘোঁৰাৰ খুৰাৰ ধুলিবোৰ উৰি উৰি পৰিছেহি। ২৯ আৰু—

এটা দঁতাল হাঁতীয়ে ৰথ দেখি ভয় খায়, আমাৰ তপস্যাৰ সাক্ষ্যাৎ বিঘিনিৰূপ হৈ, তীব্ৰ আঘাটেৰে গছ ভাঙ্গি, উলটি উলটি চায় এটা দাঁত কান্ধত লগায়, ভৰিত ফয়ঁৰ দৰে লতা এসোপা লৈ, আমাৰ ধৰ্ম্মাৰণ্য প্ৰৱেশ কৰিছেহি। পছুবিলাকেও ভয় খায় জুম ভাঙ্গি পলাইছে। ৩০

( সকলোৱে কান দি যেন কিঞ্চিত ভয় খায় )।

ৰজা—( নিজে নিজে ) অ' পুৰবাসীবিলাকে মোক বিচাৰি তপোবন হুলস্থুল কৰিছেহি। ইমানতে মই গুচি যোৱাই ভাল।

অনসূয়া—আৰ্য্য! এই অৰণ্যৰ বাতৰিত আমাৰ ভয় লাগিছে।

আমাক কুটীৰলৈ যাবলৈ অনুমতি দিয়ক।

ৰজা—( আবেগ নেদেখুউৱাকৈ ) যোৱাঁক ? মযো ব্যৱস্থা কৰোঁ যাতে আশ্ৰমত কোনো পীড়া নহয়।

( সকলো উঠে )।

দুয়োসখী—আৰ্য্য ! অতিথি সৎকাৰ কৰিব নোৱাৰিলোঁ। পুনৰ দেখা দিবলৈ কবলৈ লাজ লাগিছে।

ৰজা—নাই তেনেকৈ নকবাইক। তোমালোকৰ দৰ্শনতে মোৰ অতিথি সৎকাৰ হৈছে।

শকুন্তলা—অনসূয়া ! কুশৰ নতুন গজালিয়ে ভৰিত ফুটিছে; বল্কলখনো কুৰবকৰ দালত লাগি ধৰিছে। একন্তাই লও গানে ৰ'বা। ( এইদৰে চলেকৈ বিলম্ব কৰি ৰজালৈ চাই চাই দুইসখীৰে সৈতে প্ৰস্থান )।

ৰজা—নগৰলৈ যাবলৈ মোৰ মন নাইকিয়া হৈছে। তপোবনৰ ওচৰতে অনুচৰ বিলাক গোটাই বাহৰ কৰোঁগৈ। শকুন্তলা বিষয়ৰ পৰা মই মোক আঁতৰাই নিবলৈ একেবাৰে অসমৰ্থ হৈছোঁ। মোৰ এতিয়া—

আগুৱাই নিয়া পাতৰ নিচান বতাহে পাচলৈ উকৰাই নিয়াৰ দৰে, মোৰ শৰীৰ আগলৈ গৈছে যদিও অস্থিৰ চিত্ত পাচলৈহে দৌৰিছে। ৩১ ( প্ৰস্থান )।

---

## দ্বিতীয় অঙ্ক

( বিষণ্ণ মনেৰে বিদূষকৰ প্ৰৱেশ )।

বিদূষক—(হুমুনিয়াহ পেলাই) সেইয়া দে'খলা, এই মৃগয়া-বিহাৰী ৰজাৰ লগৰীয়া হৈ কি যন্ত্ৰনা! এইটো পহু, সেইটো গাহৰি, এইটো বাঘ বুলি দুপৰীয়া ৰ'দতো, ইখন হাবিৰ পৰা সিখন হাবিলৈ, বাৰিষা চঁাহ নপৰা গছৰ তলে তলে গৈ থাকিব লাগে। গছ-পাত-পচা গিৰি-নদীৰ কেহা পানী খাব লাগে। অসময়ত শলিকা দিয়া মঙহ খাই পেট ভৰাব লাগে। ঘোঁৰাৰ পাচে পাচে ঢাপলি মেলি গাৰ জোৰা লৰি ৰাতিও সুখেৰে শুব নোৱাৰো। তাতে আকৌ, ৰাতি পুৱাওঁতে নৌপুৱাওঁতেই, চৰাই লুভীয়া ব্যাধৰ পোহঁতে হাবিলৈ যাবলৈ বুলি কোঢ়াল কৰি টোপনি ভাঙেহি। ইমানতে জানো যন্ত্ৰনা শেষ হ'ল? গৰলৰ ওপৰতে আকৌ বিহফোঁহোৰা উঠিল নহয়! কালি মাত্ৰ, আমাক এৰি, পহু খেদি খেদি গৈ, আশ্ৰম এখনত সোমায়, মোৰ ভৰকপাল, শকুন্তলা নামৰ অপেস্বৰী কন্যা এজনী দেখি আহিল! এতিয়া আৰু নগৰ গমনৰ কথা মনকে নকৰে! আজি সেইটিকে ভাবি চকু মুদ নোযোৱাকৈয়ে ৰাতি পুৱাইছে! আৰু কি গতি! যাওঁ তেওঁৰ প্ৰাতঃকৃত্য কৰাকে চাওঁগৈ। (কেইখোজ মান গৈ চাই) সৌৱা, হাতত ধনুশৰ

জোৱা, বনপুষ্প মালা পিন্ধা, যবনীবিলাকেৰে আগুৰি, প্ৰিয়বয়স্য এই ফাললৈকে আহিছে। বাৰু হাত ভৰি ভঙ্গাৰ ভাও ধৰি ৰৈ থাকোচোন, কিজানি এইদৰে জিৰণি পাওঁৰেই। ( কাঠ এডোখৰত ভৰ দি থাকে )।

[ তাৰ পাচত ওপৰত কোৱা দৰে পৰিজনৰে সৈতে ৰজাৰ প্ৰবেশ ]।

ৰজা—অনায়াসে প্ৰিয়া লভ্যা নহয় ঠিক, মন কিন্তু তেওঁৰ ভাব দৰ্শনায়াসী। কামনা অকৃতাৰ্থ হলেও, উভয়ৰ অনুৰাগ জানিবলৈ বিচাৰি, ভাল লাগে। ১

( মিচিকিয়াই হাঁহি ) এই দৰেই নিজৰ অভিলাষ ভাল পোৱা জনৰ মনত প্ৰতিফলিত হৈছেনে নাই চাবলৈ গৈ বিৰম্বনা হয়।

অন্য বস্তু সপনে চাওঁতে তেওঁ যে অনুৰাগৰে সৈতে চাইছিল, যাওঁতেও যে, নিতম্ব ভৰৰ হেতু যদিও, মন্দভাৱে খেমেলীয়া গতি কৰি গৈছিল আৰু সখীয়েকে যেযাবা বুলি আগচি ধৰোতে যে খং কৰিছিল— এই আটাইবোৰ বাৰু তেওঁ মোক লক্ষ্য কৰিয়েই কৰিছিল নে কি? হাঁয়। কামীজনে নিজৰটোকেহে দেখে। ২

বিদূষক—( সেই দৰেই থাকি ) হেৰা বয়স্য! মোৰ হাত ভৰি নচলে। মুখেৰেই আশীৰ্ব্বাদ কৰিছোঁ।।

ৰজা—গাৰ অপঘাট হ'ল ক'ত ?

বিদূষক - ক'ত কিয় ? নিজেই চকু মোহাৰি পানী উলিয়াই চকু পানীৰ কাৰণ সুধিছে।

ৰজা—মই সঁচাকৈয়ে নেজানো।

বিদূষক—হেৰা বয়স্য ! নদীৰ কাষৰ বেট যে বেকা হয় সি নিজৰ প্ৰভাৱতনে নদীৰ বেগত ?

ৰজা—নদীৰ বেগ তাৰ কাৰণ

বিদূষক—মোৰো আপুনি।

ৰজা—কেনেকৈ ?

বিদূষক—এইদৰে ৰাজকাৰ্য্য এৰি এইহেন ভয়াবহ অৰণ্যৰ মাজত বনচৰ বৃত্তি ললে। দিনো হিংস্ৰ জন্তুৰ পাচত লৰি মোৰ গাৰ জোৰাবোৰ সঁচাই ধিলা হৈ অলস লাগিছে। সেই দেখি এদিনলৈ হলেও, মোক এৰি জিৰণি লবলৈ দি অনুগ্ৰহ কৰক।

ৰজা—এৰেঁা এনেকৈ কৈছে ; মোৰো মন কাশ্যপ-সুতাক ভাবি মৃগয়া বিৰুব হৈছে। কিয়নো—

মই আক পন্থলৈ ধনুত জুৰি লোৱা শৰো মাৰিব নোৱাৰোঁ ; কাৰণ সহৰসতি কৰি প্ৰিয়াই-তাহাঁতৰ পৰাই মুগ্ধ দৃষ্টিৰ শিক্ষা পাইছে। ৩

বিদূষক—( ৰজাৰ মুখলৈ চাই ). আপুনি মনতে কিবা গুনিলে ; মই অৰণ্য ৰোদন কৰিলোঁ।

ৰজা—( হাঁহি ) আন কিটো ? মোৰ সুহৃদৰ বাক্য নেমানি নোৱাৰোঁ। তাকে গুণি ক'লোঁ।

বিদূষক—চিৰঞ্জীৱী হক। (যাব খোজে)।

ৰজা—ব'ৰা বয়স্য! মোৰ কথা শেষ হোৱা নাই।

বিদূষক—আজ্ঞা কৰক।

ৰজা—তোমাৰ জিৰণিৰ লগতে, অনায়াসে কৰিব পৰা মোৰো এটা কামত সহায় হ'ব লাগে।

বিদূষক—কি মিঠাই খোৱাতনে? তেনে এইজন বৰ উপযুক্ত লোক।

ৰজা—কিটো কওঁ। কোন আছ ইয়াত?

দুৱৰী—(প্ৰবেশ কৰি প্ৰণাম কৰি) স্বৰ্গদেৱে আজ্ঞা কৰক!

ৰজা—ৰৈবতক! সেনাপতিক মাতিব লাগে।

দুৱৰী—ভাল। (ওলাই যায় আৰু সেনাপতিৰ সৈতে আকৌ আহি) এইয়া স্বৰ্গদেৱে আজ্ঞা দিবলৈ উৎকণ্ঠিত হৈ এই ফাললৈ চাই ৰৈ আছে। আৰ্য্য! ওচৰ চাপি যক।

সেনাপতি—(ৰজাক চাই) মৃগয়াত দোষ থাকিলেও স্বৰ্গদেৱৰ গাত কেৱল গুণহে প্ৰকাশ পাইছে। কাৰণ—

অনবৰত ধনুৰ ব্যৱহাৰত স্বৰ্গদেৱৰ উৰ্দ্ধভাগ আঁটিল, ৰবি-কিৰণ-সহিষ্ণু আৰু শ্ৰমৰ ঘামৰ দ্বাৰা অসিক্ত হৈছে। ক্ষীণ শৰীৰ যদিও দীৰ্ঘ কায়ৰ বাবে অলক্ষ্য, পৰ্ব্বতীয়া হাতীৰ দৰে বলিষ্ঠ শৰীৰ ধাৰণ কৰিছে। ৪

(ওচৰ চাপি) স্বৰ্গদেৱৰ জয় হক। বন্য জন্তুৰ হাবি পোৱা হৈছে। অন্য কাৰ্য্য অনাৱশ্যক।

ৰজা— মাধব্যই মৃগয়া নিন্দা কৰি মোৰ উৎসাহ মন্দ কৰিছে।

সেনাপতি—( কানে কানে বিদূষকক ) সখি! তুমি নিষেধ কৰি থাকা; মই স্বৰ্গদেৱৰ মন যোগাওঁ ( প্ৰকাশ কৰি ) এই মূৰ্খই প্ৰলাপ বকিছে স্বৰ্গদেৱৰ এই নিদৰ্শন কদাপি নহয়।

মৃগয়াই মঙ্গহৰ ভাৰ কমাই পেট সৰু আৰু গা লাহি কৰি উদ্যোগী কৰে; ভয় আৰু ক্ৰোধৰ সমন্বত জন্তুবিলাকৰ চিত্তবিকৃতি কেনে হয় লক্ষ্য কৰিবলৈ সুবিধা দিয়ে; আৰু যদি চলন্ত লক্ষ্যত শৰ লগাব পাৰে তেন্তে সি ধনুৰ্দ্ধাৰীসকলৰ উৎকৰ্ষতা আনে। মৃগয়াক মিছাতে ব্যসন বোলে; ইয়াৰ সমান বিনোদ ক'ত আছে?

বিদূষক— বয়স্য! আপুনি প্ৰকৃতিস্থ হৈছে। ই হলে কেতিয়াবা ঢাৰিয়ে ঢাৰিয়ে গৈ মানুহৰ নাক খকুৱা বুঢা ভালুকৰ মুখত পৰিব।

ৰজা—ভদ্ৰ সেনাপতি! আমি আশ্ৰমৰ ওচৰতে আছোঁ। সেই নিমিত্তে তোমাৰ কথা মই নধৰোঁ। আজি সেই দেখি—

ম্লুলিৰ পানীত মহবিলাকে যনাই শিং জোকাৰি পৰি থক; গছৰ ছাঁত পহুবিলাকে জুম পাতি ঘাঁহ পাগোলক; গাহৰিবিলাকেও ইচ্ছামত, শুকুৱা পানীৰ জুৰলিত আলু খানি থক আৰু মোৰ এই ধনুৱেও,

জোৰ খুলি দিওঁ, জিৰণি লক। ৬

সেনাপতি—স্বৰ্গদেৱে যি ভাল দেখে।

ৰজা—সেই দেখি আগতে হাঁকিবলৈ পঠোৱা মানুহবিলাক ঘূৰাই আনা। সৈনিক বিলাকে যাতে তপোবনত কোনো উৎপীড়ণ নকৰে তাৰ বাবে নিষেধ কৰি দিয়া।

স্পৰ্শক্ষম সূৰ্য্যকান্ত মনিয়ে যেনেকৈ অন্যৰ তেজৰ যোগে অগ্নি উদ্গিৰণ কৰে সেইদৰে, তপোধনসকল শান্তি গুণ বিশিষ্ট হলেও, তেওঁলোকৰ গাত দাহাত্মক তেজ নিহিত আছে। ৭

সেনাপতি স্বৰ্গদেৱৰ যি আজ্ঞা।

বিদূষক - তোৰ মৃগয়া উৎসাহ ধ্বংশ হক। ( সেনাপতিৰ প্ৰস্থান )

ৰজা—( পৰিজনলৈ চাই ) তোমালোকৰ মৃগয়াবেশ এৰা। ৰৈবতক! তুমিও তোমাৰ কাৰ্য্যলৈ যোৱা।

পৰিজন—স্বৰ্গদেৱৰ যি আজ্ঞা। ( সকলো পৰিজনৰ প্ৰস্থান )

বিদূষক—আপুনি মাখি এটাও নাইকিয়া কৰিলে। এই লতা-মণ্ডপৰে বিৰচিত মনোহাৰি গছৰ ছাঁৰ আসনতে আপুনি এতিয়া বহক আৰু মইয়ো শান্তিৰে জিৰাওঁ।

ৰজা - ব'লা আগ হোৱা।

বিদূষক—আহক। ( দুয়ো গৈ বহে )

ৰজা—মাধব্য! তুমি তোমাৰ চকুৰ ফল পোৱা নাই; কাৰণ তুমি দেখিব লগীয়া বস্তু দেখা নাই।

বিদূষক—কিয়, আপুনি যেখোন মোৰ আগতে আছে।

ৰজা—নিজৰ জনক সকলোৱে ভাল দেখে। মই সেই আশ্ৰমৰ অলঙ্কাৰ শকুন্তলাৰ কথা কৈছোঁ।

বিদূষক—(নিজে নিজে) বাক এওঁক চল নিদোচোন। (প্ৰকাশকৈ) হেৰি বয়স্য! আপোনাৰ দেখোন তপস্বী কন্যালৈ অভিলাষ হ'ল!

ৰজা—সখি! পৰিহাৰ্য্য বস্তুলৈ পুৰু বংশৰ লোকৰ মন নেযায়—

আচলতে অপ্সৰাৰ কন্যা, এৰি থৈ যোৱাতহে মুনিৰ জীয়েক হৈছে। নবমালিকা ফুল এপাহী যেন সৰি আকন্দ গছত লাগি বৈ আছে। ৮

বিদূষক—(হাঁহি) কোনো লোকৰ গেঁচি খিঠাই খালে যেনেকৈ অকাচ হৈ তেঁতেলি খাবলৈ মন যায় সেই দৰে আপোনাৰো স্ত্ৰীৰত্ন পৰ্য্যোক্তৰত বীতস্পৃহ হৈ এনে মনোভাব হৈছে।

ৰজা—তুমি তেওঁক দেখা নাই, সেই দেখি তেনেকৈ কৈছা।

বিদূষক—আপোনাৰো যেতিয়া বিস্ময় উৎপাদন কৰিছে সি ৰমনীয় হবই।

ৰজা—বয়স্য! বেচি কি ক'ম?

বিধতাই যেন তেওঁক আগেয়ে ছবিত আঁকি লৈ তাৰ পাচত তাত প্ৰাণ দিছে; নতুবা বিশ্বৰ সমস্ত সৌন্দৰ্য্যৰ সাৰ গোটাই মনৰ কল্পনাৰে তেওঁক সৃষ্টি কৰিছে। বিধতাৰ নিৰ্ম্মাণ নিপুনতা আৰু তেওঁৰ গাটি-লৈ চায়, মোৰ মনে হয়, তেওঁ যেন স্ত্ৰীৰত্নৰ এক

অপূর্ব্ব সৃষ্টি। ৯

[ মূল শ্লোক :—

চিত্রে নিবেশ্য পরিকল্পিতসত্ত্ব যোগা
রূপোচ্চয়েন মনসা বিধিনা কৃতানু ।
স্ত্রীরত্নসৃষ্টিরপরা প্রতিভাতি সা মে
ধাতুর্বিভুত্বমনুচিন্ত্য বপুশ্চ তস্যাঃ ॥ ]

বিদূষক—যদি এয়ে হয় তেনে রূপৱতীসকল পৰাজিত হ'ল।

ৰজা—মোৰ মনত এইটোও খেলাইছে—

তেওঁ যেন কোনেও ঘ্রাণ নোলোৱা এপাহী ফুল; কাৰো নখৰ পৰশ নপৰা এখিলি কুঁহিপাত; যেন বিন্ধা নিদিয়া এটি মণি, কোনেও সোৱাদ নোলোৱা এক নতুন মৌ; কোনো স্পর্শ দোষ নথকা, অখণ্ড পুণ্যৰ ফল স্বরূপ এই রূপ জগতত বিধতাই কাৰ ভোগৰ ক'ৰণে থৈছে নেজানো। ১০

[ মূল শ্লোক :—

অনাঘ্রাতং পুষ্পং কিসলয়মলূনং কররুহৈর্
অনাবিদ্ধং রত্নং মধু নবমনাস্বাদিতরসম্ ।
অখণ্ডং পুণ্যানাং ফলমিব চ তদ্রূপমনঘং
ন জানে ভোক্তারং কমিহ সমুপস্থাস্যতি বিধিঃ ॥ ]

বিদূষক—তেন্তে আপুনি তেওঁক তুৰন্তে পৰিত্রাণ কৰক। নহলে কোনো ইঙ্গুদি তেল লগা জপনা তপস্বীৰ হাতত পৰিব!

ৰজা—তেওঁ যে পৰাধীনা। তাতে গুৰুজনো ইয়াত নাই।

বিদূষক—আপোনাৰ প্ৰতি তেওঁৰ দৃষ্টিৰাগ বা কেনেকুৱা?

ৰজা—তপস্বী কন্যা বুলিলে স্বভাৱতে অল্পভাষী। তথাপি—

মোৰ মুখে মুখে পৰিলত তেওঁ চকু ঘূৰাই নিছিল, আন কোনো কথা মনত পৰা নিচিনাকৈ মিচিকিয়াই হাঁহিছিল, লাজকুৰীয়া স্বভাৱৰ বাবে তেওঁ মদন ভাব ব্যক্ত কৰিব নোৱাৰিলেও একেবাৰে ঢাকিও ৰাখিব নোৱাৰিলে। ১১

বিদূষক—দেখা মাত্ৰকে অৱশ্যে আপোনাৰ কোলাত নবহেহি।

ৰজা—পিচে যাবৰ বেলিকা হলে, লাজকুৰীয়া যদিও তেওঁৰ ভাব দেখা পায়ছিলোঁ। কিয়নো—

মিচাকৈয়ে কুশৰ গজালিয়ে ভৰিত বিন্ধিছে বুলি তন্বীয়ে কেইখোজমান গৈয়ে বৈছিল; গছৰ ডালত নলগাকৈয়ে বল্কলবসন একৰাওঁ বুলি উভতি চায়ছিল। ১২

বিদূষক—তেনে পথৰ সম্বল গোটাওক। আপুনি তপোবন উপবন কৰিলে দেখিছোঁ।

ৰজা—সখি! কোনো কোনো তপস্বীয়ে মোক চিনি পাইছে। এতিয়া চিন্তা কৰাচোন কি ছল কৰিলে অলপ দিনলৈ হলেও আশ্ৰমত থাকিব পাৰোঁ।

বিদূষক—আপোনালোক ৰজাকয়ো কি ছল লাগিছে। ধানৰ ষড়ভাগ আমাক লাগে বুলিলেই হ'ল।

ৰজা—মূৰ্খ ! এইবোৰক ৰক্ষা কৰাৰ বাবেহে আনৰ পৰা ৰাজহ আহে। এওঁলোকৰ সংৰক্ষণ ৰত্নৰাশিতকৈও আদৰণীয়। চোৱা—

চাৰি বৰ্ণৰ পৰা যি ষড়ভাগ উঠে, ৰজাৰ কাৰণে, তাৰ ফল ক্ষয়ী কিন্তু তপস্বীসকলে তপস্যাৰ যি ষড়ভাগ ফল আমাক দিয়ে সি অক্ষয়। ১৩

নেপথ্যত—হেৰি, আমি দুজনে ৰজাক দেখা কৰিব খোজোঁ।

ৰজা—(কাণ দি) অ' ধীৰ প্ৰশান্ত স্বৰেৰে তপস্বী হ'ব লাগে।

(দুৱৰীৰ প্ৰবেশ)

দুৱৰী স্বৰ্গদেৱৰ জয় হওক, জয় হওক ! দুজন ঋষিকুমাৰ আজি দুৱাৰত উপস্থিত হৈছেহি।

ৰজা—তেনে অবিলম্বে প্ৰবেশ কৰোৱা।

দুৱৰী- এয়া আনিছোঁ। (ওলাই গৈ ঋষিকুমাৰ দুজনৰে সৈতে প্ৰবেশ কৰি) এই ফালে, এই ফালে, ভগবান !

উভয়ে—(ৰজাক চায়)।

প্ৰথম জন—অ' প্ৰভাৱশালী যদিও নিৰ্ভয়েৰে এখেতৰ কাষ চাপিব পাৰি। অথবা ই হবই কাৰণ ঋষিসকলৰ পৰা ৰজা বেচি দূৰত নহয়; কিয়নো -

সকলো ধৰ্ম্মৰ আশ্ৰয় স্থল এখেতে গৃহস্থাশ্ৰম ধৰ্ম্ম পালন কৰে; প্ৰজাপালনৰ দ্বাৰা এখেতেও নিতৌ পুণ্য সঞ্চয় কৰিছে। এখেত জীতেন্দ্ৰীয় হোৱাত গন্ধৰ্ব্ব

মিথুনে গোৱা গুণ গানৰ আগত কেৱল ৰজা শব্দ থকা তেখেতবো "মুনি" এই পুণ্য শব্দ বাৰম্বাৰ স্বর্গ স্পর্শ কৰে। ১৪

দ্বিতীয় ঋষিকুমাৰ—গৌতম ! ইন্দ্ৰৰ সখি দুষ্যন্ত এই জনেই ?

প্ৰথম—হয়।

দ্বিতীয়—সেই দেখিহে—

ই একো আচৰিত নহয় যে নগৰৰ দুৱাৰৰ পৰিঘৰ দৰে দীৰ্ঘবাহু এই ৰজাই অকলে নীল সাগৰ বেষ্টিত গোটেই পৃথিবী ভোগ কৰিছে। দৈত্যবিলাকৰ লগত বৈৰিতা হ'লে, দেৱগনে, এখেতৰ গুণ লগোৱা ধনু আৰু ইন্দ্ৰৰ বজ্ৰৰ পৰাহে, যুদ্ধত জয়লাভৰ আশা কৰে। ১৫

দুয়ো—( ওচৰ চাপি ) বিজয়ী হক, ৰাজন !

ৰজা—( আসনৰ পৰা উঠি ) দুয়োকো মোৰ অভিবাদন জনাইছোঁ।।

দুয়ো—কল্যান হক। ( ফল উপহাৰ দিয়ে )।

ৰজা—( প্ৰনাম কৰি, ধৰি ) আদেশ ?

দুয়ো—আপুনি ইয়াত থকা তপোবন বাসীয়ে গম পাইছে। সেই দেখি আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰিছে—

ৰজা—আদেশ ?

দুয়ো—ত'ত মহৰ্ষি কণ্ব সমীপত নথকাত ৰাক্ষসবোৰে আমাৰ কৰ্ম্মত উৎপীড়ণ কৰিছে ; কেইৰাতিমান সাৰথিৰে সৈতে

থাকি আশ্রম সনাথ কৰক।

ৰজা—অনুগৃহিত হলোঁ।

বিদূষক—( কানৰ গুৰিত ফুচ ফুচাই ) আপোনাৰ অভিলাষ এতিয়া অনুকূল হৈছে।

ৰজা—( হাঁহি ) ৰৈবতক! মোৰ বচন সাৰথিক কোৱা, ধনু-শৰে সৈতে ৰথ আনক।

দৌৱাৰিক—স্বৰ্গদেৱৰ যি আদেশ! ( প্ৰস্থান )।

দুয়ো—( আনন্দৰে ) পূৰ্ব্বপুৰুষ অনুকাৰী আপোনাৰ এইৰূপ উচিত হৈছে। বিপদাপন্নক অভয় দিয়া পবিত্ৰ কৰ্ম্মত পৌৰবগন সঁচাই দীক্ষিত। ১৬

ৰজা—( প্ৰণাম কৰি ) আপোনালোক আগ বাঢ়ক; ময়ো পাচতে গৈছোঁ।

দুয়ো—জয় হক। ( প্ৰস্থান )।

ৰজা—মাধব্য! শকুন্তলাক চাবলৈ তোমাৰ কৌতুহল হোৱা নাইনে?

বিদূষক—প্ৰথমে ঢল উঠিছিল; এতিয়া ৰাক্ষসৰ বৃত্তান্তত বিন্দু মাত্ৰও নাইকিয়া হ'ল।

ৰজা—ভয় নাই; মোৰ সমীপতে থাকিবা।

বিদূষক—ইয়াতে মই ৰাক্ষসৰ পৰা ৰক্ষা পাই আছোঁ।

( দুৱৰীৰ প্ৰবেশ )

দুৱৰী—সজ্জিত ৰথ স্বৰ্গদেৱৰ বিজয় যাত্ৰাৰ কাৰণে অপেক্ষা কৰিছে। ইফালে আকৌ নগৰৰ পৰা দেৱীসকলৰ

আজ্ঞাবাহী কৰভক আহিছে।

ৰজা—( সাদৰবে ) কি মাতৃয়ে পঠাইছে ?

দুৱৰী—হয়।

ৰজা—ভূৰন্তে আনা !

দুৱৰী—ভাল। ( ওলাই গৈ কৰভকৰে সৈতে প্ৰবেশ কৰি ) এইয়া স্বৰ্গদেৱ; ওচৰ চাপি যোৱা।

কৰভক—স্বৰ্গদেৱৰ জয় হক, জয় হক। দেবীয়ে আজ্ঞা কৰিছে আগামী চতুৰ্থ দিবসত মোৰ প্ৰবৃত্ত পাৰণ উপবাস পৰিছে; তাত দীৰ্ঘায়ু উপস্থিত থাকিব লাগে।

ৰজা—এই কালে তপস্বীৰ কাৰ্য্য আনকালে গুৰুজনৰ আজ্ঞা; দুয়োটাই অলঙ্ঘনীয়। এতিয়া কি উপায় ?

বিদূষক—ত্ৰিশঙ্কুৰ দৰে অন্তৰালত থাকক।

ৰজা—সঁচাই মই বিয়াকুল হৈছোঁ।

নদীৰ সোঁত, শিলত খুন্দা খায় ছিন্ন ভিন্ন হোৱাদি বিভিন্ন স্থানত কৰ্ত্তব্য পৰাত, মোৰ মনো তেনেকৈ আন্দোলিত হৈছে। ১৭

( চিন্তা কৰি ) সখি ! তোমাক মাতৃয়ে পুত্ৰজ্ঞান কৰে। সেই দেখি তুমি ইয়াৰ পৰা গৈ, তপস্বী কাৰ্য্য ব্যস্ত মোৰ কথা কৈ, মাতৃৰ পুত্ৰকৃত্য কৰাগৈ।

বিদূষক—ৰাক্ষসলৈ ভয় কৰিছোঁ বুলি নধৰোতো ?

ৰজা—( হাঁহি ) তেনে কথানো তোমাত সম্ভৱ হব পাৰেনে ?

বিদূষক—তেনে ৰজাৰ ভায়েক যেনেকৈ যায় তেনেকৈ যাওঁ ?

ৰজা—তপোবনত হিংসা কাৰ্য্য পৰিহাৰ্য্য। সেই বাবে সকলো সহযাত্ৰীক তোমাৰ লগত পঠিয়াম।

বিদূষক—তেনে মই এতিয়াৰ পৰা যুৱৰাজ।

ৰজা—( নিজে নিজে ) ই বামুন বৰ চঞ্চল। জানোছা কেতিয়াবা মোৰ ইয়াৰ অভিপ্ৰায় অন্তঃপুৰত কৈ দিয়েগৈ। বাৰু ইয়াক এইদৰে কওঁ। ( বিদূষকক হাতত ধৰি ) ( প্ৰকাশকৈ ) বয়সা! ঋষিৰ গৌৰৱৰ বাবেহে মই আশ্ৰমলৈ যাওঁ। তপস্বী কন্যালৈ মোৰ অভিলাষ প্ৰকৃততে নাই। চোঁৱা—

আমি ক'ত আৰু পহু পোৱালীৰ লগত ডাঙৰ হোৱা মদন-বিৰোধী, ইউভয়োৰ ক'ত? পৰিহাসত কোৱা কথা, সখি, তুমি আকৌ সঁচা বুলি নধৰিবা। ১৮

বিদূষক—বাৰু তেনে।

( সকলোৰে প্ৰস্থান )।

## বিষ্কম্ভক

[ তাৰ পাচত কুশ লৈ যজমান শিষ্যৰ প্ৰবেশ ]

শিষ্য—আহা! পাৰ্থিব দুষ্মন্তৰ মহাপ্ৰভাৱ। তেখেত ৰজা আশ্ৰম সোমোৱা মাত্ৰকে আমাৰ কৰ্ম্ম নিৰুপদ্ৰৱ হ'বলৈ ধৰিলে।

বাণসন্ধান দূৰৰ কথা ধনুৰ গুণৰ ঙ্কাৰতে সকলো বিঘিনি নাশ হ'ল। ১

এই খিনি কুশকে বেদিত দিবলৈ ঋষিসকলক দিওঁগৈ। ( দোখোজমান গৈ আকাশলৈ চায় ) প্ৰিয়ম্বদে! কাৰ কাৰণে এই বিলাক সুগন্ধি অনুলেপন, মৃণাল আৰু পদুম পাত নিছা? ( শুনা যেন কৰি ) কি কৈছা? ৰ'দৰ তাপত শকুন্তলা বৰকৈ অস্বস্থা হৈছে। তেওঁৰ গা শাঁত কৰিবলৈ নিছা? তেনে খৰকৈ নিয়া। তেওঁ সখী ভগবান কুলপতি কণ্বৰ জীৱটোৰ নিচিনা। মইয়ো তেনে যজ্ঞৰ শান্তি পানী অলপ গৌতমীৰ হাতত দি পঠিয়াওঁগৈ। ( প্ৰস্থান )।

---

# তৃতীয় অঙ্ক

[ তাৰ পাচত কামযানাৱস্থাত ৰজাৰ প্ৰবেশ ]

ৰজা—( হুমুনিয়াহ পেলায় ) তপস্যাৰ মাহাত্ম্য জানো ! সেই বালিকা যে পৰৰ অধীনা, তাকো জানো ! তেওঁলৈ মোৰ হৃদয় ঢাল খাব নেলাগে, তথাপি যে মই ঘূৰাই আনিব নোৱাৰোঁ। ২

( কাম যন্ত্ৰণাৰ ভাও দেখুৱায় ) হে ভগবান মদন ! তোমাৰ অস্ত্ৰ পুষ্প আৰু চন্দ্ৰৰ ৰশ্মি শীতল দেখি কামীজনে বিশ্বাস কৰি ৰব ঠগত পৰে। কিয়নো—

তোমাৰ শৰ ফুল আৰু জোনৰ কিৰণ শীতল মোৰ নিচিনা জনৰ কাৰণে ভুয়ো মিছা। জোনে হিমগৰ্ভ কিৰণেৰে জুই ঢালে আৰু তুমিও কুসুমবান বজ্ৰত পৰিণত কৰা। ৩

( দোখোজমান গৈ ) কৰ্ত্তব্য সমাপ্ত হোৱাত সদস্য সকলে মোক বিদায় দিছে। মোৰনো এতিয়া ক্লান্ত প্ৰাণক ক'ত জিৰণি দিওঁ ? ( হুমুনিয়াহ পেলায় ) প্ৰিয়া দৰ্শনৰ বাহিৰে মোৰ আৰু আন কি উপায় আছে ? বাৰু তেওঁকে বিচাৰোঁ চোন। ( বেলিলৈ চায় ) এই উগ্ৰ তাপৰ বেলা শকুন্তলাই প্ৰায় সখীয়েক-হঁতৰে সৈতে মালিনী নদী তীৰৰ লতা মণ্ডপলৈকে যায়। তালৈকে যাওঁচোন। ( দোখোজমান গৈ গাত

বন্তাহ লগা যেন দেখুৱাই ) আহা ! এই ঠাই শীতল বাত বেচ ভাল লাগিছে।

মালিনী নৈৰ ঢৌৰ কণিকা আৰু পদুম ফুলৰ সুৰভি লগা বা মই মদন সন্তপ্ত গাৰেও ভালকৈ অনুভব কৰিছোঁ। ৪

( দোখোজমান গৈ চায় ) এই বেত লতাবে বেৰা লতা মণ্ডপৰ সমীপতে শকুন্তলা থাকিব লাগিব। কাৰণ—

ইয়ালৈ সোমোৱা বাটৰ পাণ্ডু বালিত নতুন খোজ এশাৰী আছে। খোজবোৰৰ আগ ডোখৰ লঘু আৰু পাচ ডোখৰ, জঘন গৌৰৱৰ বাবে বেচিকৈ সাঁচ বহা। ৫

বাৰু এই গছৰ দালৰ সুৰুঙ্গাইদি চাওঁচোন। ( গৈ তেনেকৈ কৰি, হাঁহি ) আহা ! চকুৰ নিৰ্ব্বান পালোঁ। এইয়া মোৰ মনোৰথ প্ৰিয়তমা যেনি খোৱা ফুলৰ মাজত শিল ছটাত শুই আছে, সখীহঁতে পৰিচৰ্য্যা কৰিছে। বাৰু এওঁলোকৰ বিশ্বাসৰ কথা বতৰাবোৰ শুনি থাকোঁচোন। ( চায় বৈ থাকে )।

[ ইয়াৰ পাচত ওপৰত কোৱাদৰে দুই সখীৰে সৈতে শকুন্তলাৰ প্ৰবেশ। ]

দুইসখী—( বিচনি মাৰি, আদৰেৰে ) হেৰা শকুন্তলা ! পদুম পাতৰ বাই গা শাঁত কৰিছে জানো ?

শকুন্তলা—মোক বিচিছিলাৰে কি, সখীহঁত !

দুইসখী—( বিষাদ দেখুৱাই ইজনীয়ে সিজনীলৈ চায় )।

বজা।—শকুন্তলাৰ গা বৰকৈ বেয়া দেখা গৈছে! ইকি বেলিৰ দোষত, নে মোৰ মনত যি আছে? (চিন্তা কৰি) নাই, সন্দেহৰ কোনো কাৰণ নাই। কিয়নো—

প্ৰিয়াৰ শৰীৰ বৰ কাতৰ, পোৰণিৰ নিমিত্তে বুকত অনুলেপন দিছে, এহাতত পিন্ধা মৃণালৰ খাৰু খিলা হৈ গৈছে, তথাপি সি কেনে কমনীয় হৈ আছে। মদন আৰু গ্ৰীষ্মৰ তাপ সমান হয় কিন্তু গ্ৰীষ্মৰ তাপত যুবতীসকলৰ গা এনে মনোহৰ হৈ নেথাকে। ৬

প্ৰিয়ম্বদা—( কানৰ গুৰিত ) অনসূয়া। সেই ৰাজৰ্ষিক প্ৰথম দেখাৰ পৰাই শকুন্তলা যেন ব্যাকুল হৈছে। তেওঁৰ নিমিত্তেই কিজানি এওঁৰ এই ব্যাধি।

অনসূয়া—সখি! মোৰ হৃদয়তো এই আশঙ্কাই হৈছে। বাৰু তেনে এওঁক সোধোঁৱেই (প্ৰকাশ কৰি) সখি! তোমাক কথা এবাৰ সুধিব লগা হৈছে। তোমাৰ সন্তাপ বৰ বেচি।

শকুন্তলা—( পুষ্প শয্যাৰ পৰা গাৰ আগছোৱা ভাঙি ) হেৰা, কিনো কব খুজিছা?

অনসূয়া - হেৰা শকুন্তলা! আমি মদনৰ বৃত্তান্ত একো নেজানো; কিন্তু ইতিহাস গ্ৰন্থত কাময়মানৰ যি অৱস্থা শুনা হৈছে তোমাৰো তেনেই দেখা গৈছে। কোঁৱা, তোমাৰ কি নিমিত্তে সন্তাপ? বিকাৰৰ পৰমাৰ্থ নজনাকৈ প্ৰতিকাৰ

আৰম্ভ কৰা অনুচিত।

ৰজা—অনসূয়ায়ো মোৰ দৰেই ভাবিছে। মই নিশ্চয় মোৰ অভিপ্ৰায় মতে ভৰা নাই।

শকুন্তলা—( নিজে নিজে ) মোৰ অনুৰাগ সঁচাই বৰ বেঁচ। তথাপি মই এওঁলোকক সহজে কব পৰা হোৱা নাই।

প্ৰিয়ম্বদা—সখি! এওঁ ঠিক কৈছে। কিয় নিজৰ আটঙ্ক অৱজ্ঞা কৰিছা? দিনে দিনে হাত-ভৰি শুকাই গৈছে, কেৱল লাৱন্যময়ী কান্তিয়ে মাথোন তোমাক লগ এৰা নাই।

ৰজা—প্ৰিয়ম্বদাই আচল কথা কৈছে। কাৰণ—

তেওঁৰ শুকান গালৰে মুখখন অতিকৈ খিনোৱা, বিৰহ-কঠিনতাত বুকুখন মুকলি, ককালটি বৰকৈ শুকুৱা, হাতৰ ঠাৰি ওলোমা আৰু গাৰ কান্তি পাণ্ডুৰ্বণা; মদন পীড়িত তেওঁ, বতাহে পাত শুকুৱা মাধৱী লতাৰ দৰে, দেখিবলৈও মনোহৰ আৰু দেখিলেও মনত দুখ লাগে। ৭

শকুন্তলা—সখি! আনকনো আৰু কাক ক'ম? তোমালোক দুয়োৰো এতিয়া মই কষ্টদাতৃ হ'ম!

দুয়োসখী—সেই বাবেই কৈছে, প্ৰিয়জনৰ ভিতৰত সন্তাপ ভগায় ললে সহ্য কৰিব পৰা হয়।

ৰজা—সুখ-দুঃখৰ সমভাগী দুজনে সুধিছে যেতিয়া তেওঁ অন্তৰৰ মনোবেদনা নোকোৱাকৈ নেথাকে। যদিও তেওঁ আগেয়ে

অনেক বাৰ সতৃষ্ণ নয়নে উলতি চায়ছিল তথাপি এই অৱসৰত তেওঁৰ উত্তৰ শুনিবলৈ মই শ্ৰৱণ কাতৰ হৈছোঁ।

শকুন্তলা—সখি! যেতিয়াৰে পৰা সেই তপোবন ৰক্ষী ৰাজৰ্ষি মোৰ দৃষ্টিপথত আহিল তেতিয়াৰ পৰাই তেওঁৰ অনুৰাগত মোৰ এই দশা!

ৰজা—(ইংগিত) শুনিব লগীয়াখিনি শুনিলোঁ।

দিনে যেনেকৈ বাৰিষা জীৱলোকক ৰ'দ দি তাপ দিয়ে আৰু কোনো সময়ত বৰষুণ দি শাঁত কৰে সেই দৰে মন্মথদেৱতাও মোৰ তাপৰ কাৰণো হ'ল আৰু শান্তি দাতাও হ'ল। ৯

শকুন্তলা—তাকে যদি তোমালোকে ভাল দেখা তেনে এনে ব্যৱস্থা কৰা যাতে মই সেই ৰাজৰ্ষিৰ মৰম পাওঁ। নহলে অৱশ্যে মোৰ বাবে তিলোদক আনা।

ৰজা—সংশয়চ্ছেদি বচন।

প্ৰিয়ম্বদা—(কানে কানে) অনসূয়া! কামদেৱ বহুত আগ বাঢ়িল! এওঁ আৰু কাল কটাব নোৱৰা হৈছে। যাৰ প্ৰতি এওঁ অনুৰক্তা তেওঁ পৌৰৱ কুলৰ অলঙ্কাৰ স্বৰূপ। সেই বাবে এওঁৰ অভিলাষ অভিনন্দনীয়।

অনসূয়া—তুমি কোৱাতো হয়।

প্ৰিয়ম্বদা—(প্ৰকাশ কৰি) সখি! ভাগ্যে তোমাৰ অভিলাষ উপযুক্ত পাত্ৰতে পৰিছে। সাগৰ এৰিনো মহানদী

ক’ত পৰিব ? ঠালে পাতে জোপোহা মাধবী লতাৰ ভাৰ আমৰ বাহিৰে আন কোন গছে সহিব ?

ৰজা—যদি বিশাখা তৰা ডুবিয়ে শশাঙ্ক লেখাক অনুশৰণ কৰে তাত কি বিচিত্ৰতা আছে ?

অনসূয়া—এতিয়া কি উপায় হব হেঁা যাতে অবিলম্বে আক গোপনে সখীৰ মনোৰথ পুৰ কৰিব পাৰোঁ ?

প্ৰিয়ম্বদা—গোপনে কেনেকৈ হ’ব ভাবিব লগীয়া, শীঘ্ৰে সহজে হব।

অনসূয়া—কেনেকৈ ?

প্ৰিয়ম্বদা—কাৰণ সেই ৰাজৰ্ষিয়ে এওঁৰ প্ৰতি স্নিগ্ধ দৃষ্টিৰে তেওঁৰ অভিলাষ ব্যক্ত কৰিছিল। এই কিদিনো তেওঁ উজাগৰে থাকি ক্ষীণাই যোৱা দেখা গৈছে।

ৰজা—বাস্তৱিক মই তেনে হৈছোঁ। সেই কাৰণেই—

ৰাতি ৰাতি হাতেৰে চকু মোহাৰি গকাত চকুৰ পানীৰে মোৰ গাম খাৰুৰ ৰাখৰ বিবৰ্ণ হৈছে ধনুৰ অনবৰতহাৰত ধিলা হৈ, গাম খাৰুজোৰ হাতৰ ঠাবিৰ পৰা খহি খহি পৰাত ঘনে ঘনে উজাই থাকিব লগা হৈছে। ১০

প্ৰিয়ম্বদা—(চিন্তা কৰি) হেৰা, তেওঁলৈ এখনি মদনলেখা ঠিক কৰা; দেৱতাৰ প্ৰসাদ পঠোৱাৰ চলতে সাৰধানে লুকুৱাই তেওঁৰ হাত পোৱাম।

অনসূয়া—এই নিপুন কৌশল মোৰ ভাল লাগিছে। শকুন্তলাই

বা কি বোলে ?

শকুন্তলা—মইনো তোমালোকৰ কোনটো কথা নেমানো ?

প্ৰিয়ম্বদা—তেনে তোমাৰ অনুৰূপ অভিপ্ৰায় লৈ ললিত-পদ-বন্ধ-নৰে এটি গীত লিখিবলৈ চিন্তা কৰা ?

শকুন্তলা—বৰু কৰোঁ। কিন্তু অৱজ্ঞা কৰে বুলি হলে ভয়ত মোৰ বুকু কঁপিছে।

বজা—ভীৰু! যাৰ পৰা অৱজ্ঞা আশঙ্কা কৰিছা তেওঁ এয়া তোমাৰ সঙ্গ বিচাৰি বৈ আছে। লক্ষ্মীক প্ৰাৰ্থনা কৰা জনে পাবও পাৰে নেপাবও পাৰে; কিন্তু লক্ষ্মীয়ে পাৰ খুজিলে তেওঁ নোপোৱা হ'ব পাৰে কেনেকৈ? ১১

দুইসখী—আত্ম-গুণ-অৱমানিনি। গা শাঁত কৰা শাৰদীয় জোনাকক কোনোবাই কাপোৰৰ আগেৰে আঁৰ দিয়েনে ?

শকুন্তলা—(মিচিকিয়াই হাঁহি) এইয়া চিন্তা কৰিছোঁ। (বহি চিন্তা কৰে)।

বজা—মই যে চকু নপচৰোৱাকৈ প্ৰিয়াক চায়ছোঁ সি উচিত হৈছে কিয়নো—

পদ ৰচনা কৰোঁতে ভ্ৰূ এটি ওপৰলৈ কৰি বোমাঞ্চিত গাল দুখনিৰে তেওঁ মোৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰিছে। ১২

শকুন্তলা—হেৰা, মই গীতবস্তু থিৰ কৰিলোঁ। পিচে লিখায় যতন যে একো নাই!

প্ৰিয়ম্বদা—ভাটৌ চৰাইৰ পেটৰ দৰে এই নিমজ পদুম পাত খিলাতে নখেৰে আখৰ বহুৱাই দিয়া।

শকুন্তলা—( বোৱা মতে কৰি দেখুৱায় ) হেৰা শুনাইক, অৰ্থ সঙ্গত হৈছেনে নাই ?

দুইসখী—শুনিছোঁ।

শকুন্তলা—( পাঠ )।

তোমাৰ হৃদয় নেজানো মোৰ হলে হে নিৰ্দ্দয় !
তোমাৰ অভিলাষী মোৰ গোটেই গাত কামে দিনে
ৰাতিয়ে তাপ দিছে। ১৩
[ মূল শ্লোক :— ( প্ৰাকৃত )
তুজ্‌ঝ ণ আণে হিঅঅং মহ উণ কামো
দিবা বি ৰত্তিং বি।
ণিগ্‌ঘিণ তবই বলীঅং তুই—
বুত্তমণোৰহাই অঙ্গাই ॥
[ সংস্কৃত ভাঙনি
তব ন জানে হৃদয়ং মম পুনঃ কামঃ দিবা অপি ৰাত্রৌ অপি।
নিৰ্ঘৃণ তপতি বলীয়ঃ ত্বয়ি বৃত্তমনোৰথানি অঙ্গানি ॥ ]

ৰজা—( বেগাই ওচৰলৈ আহি ) হে তনুগাত্ৰি ! মদনে তোমাক তাপহে দিছে মোক কিন্তু দিনে ৰাতিয়ে যেন পুৰিব লাগিছে। দিনে জোনক যেনেকৈ শুকুৱাই, ভেট ফুলক তেনেকৈ নোৱাৰে। ১৪
[ মূল শ্লোক :—
তপতি তনুগাত্ৰি মদনস্ত্বামনিশং মাংপুনৰ্দহত্যেৱ।
গ্লপয়তি যথা শশাঙ্কং ন তথা হি কুমুদ্বতীং দিৱসঃ ॥ ]

দুইসখী—( হাঁহি ) অবিলম্বিত মনোৰথ জনক স্বাগত জনাইছোঁ।।

শকুন্তলা—( সমাদৰ কৰিবলৈ উঠিব খোজে )।

ৰজা—নেলাগে কষ্ট কৰিব।

গুৰু তাপত ভুগি কুসুম শয্যাক ম্লান কৰা,
ছাটি-ফুটিত পদুমৰ ঠাৰি নকৈ ভাগি সুগন্ধি লগা,
তোমাৰ গাই শিষ্টাচাৰ দেখুৱাব নোৱাৰে। ১৫

অনসূয়া—এই পিনে শিলছটাৰে এঠাই বহসাই অলঙ্কৃত কৰক।

ৰজা—( বহে )।

শকুন্তলা—( লাজকুৰীয়া হৈ থাকে )।

প্ৰিয়ম্বদা—দুয়োজনাৰে পৰস্পৰ অনুৰাগ দেখা গৈছে; তথাপি সখীৰ স্নেহে মোক উক্তবাদিনী কৰিছে।

ৰজা—ভদ্ৰে! নোকোৱাকৈ থকা উচিত নহয়। কব খোজা কথা নকলে অনুতাপ আছে।

প্ৰিয়ম্বদা—বিপদত পৰা প্ৰজাৰ ৰজা ত্ৰানকৰ্ত্তা হব লাগে, ই আপোনাৰ ধৰ্ম্ম।

ৰজা—ইয়াতোকৈ পৰম ধৰ্ম্ম নাই।

প্ৰিয়ম্বদা—আমাৰ এওঁ প্ৰিয় সখীক ভগবান মদনে আপোনাৰ উদ্দেশ্যে এই অৱস্থাত পেলালে। সেই দেখি দয়াকৰি আপুনি এওঁৰ জীৱন ৰক্ষা কৰক।

ৰজা—ভদ্ৰে! উভয়ৰে আমাৰ এই প্ৰাৰ্থনা। সৰ্ব্বতোভাৱে গ্ৰহণ কৰিছোঁ।।

শকুন্তলা—( প্ৰিয়ম্বদাক চায় ) হেৰা, অন্তঃপুৰ বিৰহোৎকণ্ঠিত ৰজাৰ অনুগ্ৰহত কি কাম আছে।

ৰজা—হে হৃদয়-সন্নিহিতে, মদিৰ নয়নে! তুমি যদি তোমাৰ একান্ত পৰায়ণ মোৰ এই হৃদয়ক, আন প্ৰকাৰ বুলি ভাবা তেনে এনেয়ে মই মদনৰ বানত হত তাতে আকৌ তোমাৰ দ্বাৰাও হত হওঁ। ১৬

অনসূয়া—বয়স্য, ৰজাসকল বহুবাণী বুলি শুনা যায়। যাতে আমাৰ এওঁ প্ৰিয়সখী বন্ধুজন শোচনীয়া নহয় যেন তেনে কৰিব।

ৰজা—ভদ্ৰে! অধিক নকওঁ।

বহুবাণী হলেও আমাৰ কুলৰ গৌৰবস্থল দুটি, এটি সমুদ্ৰ পৰিবেষ্টিত এই পৃথিবী আৰু আনটি তোমালোকৰ এওঁ প্ৰিয়সখী। ১৭

দুইসখী—নিশ্চিন্ত হলোঁহঁক।

প্ৰিয়ম্বদা—( দূৰলৈ দৃষ্টি কৰি ) অনসূয়া! সৌ পহুপোৱালী-টোৱে এই কালে চায় বিয়াকুল হৈ মাকক বিচাৰি ফুৰিছে; লগ লগায় দিওঁগৈ আহাঁ। ( দুয়ো যায় )।

শকুন্তলা—হেৰা, মই নিঃসহায় হ'লোঁ। তোমালোকৰ এজনী আহাঁ।

দুইসখী—পৃথিবীৰ যি জন সহায় তেওঁৱেই তোমাৰ ওচৰত আছে। ( প্ৰস্থান )।

শকুন্তলা—কি গলাগৈয়েই ?

ৰজা—চিন্তা নকৰিবা। আৰাধনা কৰা জন দেখোন তোমাৰ ওচৰতে আছে।

হে কৰভোৰু! তোমাক কি ভাগৰ গুছুৱা পদুম পাতৰ শীতল বিচনিৰে গা শাঁত কৰাকৈ বিচি দিম নে কোচত শুৱাই ভাল লগাকৈ পদুম ৰঙৰ ভৰি পিটিকি দিম? ১৮

শকুন্তলা—মাননীয় জনৰ ওচৰত মই নিজক অপৰাধী কৰিব নোখোজোঁ। (উঠি যাব খোজে)।

ৰজা—সুন্দৰি! দিন আদায় হোৱা নাই। তাতে তোমাৰ এই অৱস্থা! পদুম পাতেৰে বুকুলৈকে ঢকা এই কুসুম শয্যা এৰি, এই কাতৰ কোমল শৰীৰ লৈ কিয় ৰদলৈ যাব খুজিছা? ১৯ (বলেৰে ঘূৰাই আনে)।

শকুন্তলা হে পৌৰৱ! অবিনয় নহব। মদন সন্তপ্ত হলেও মই মোৰ নিজৰ গৰাকী নিজে নহওঁ।

ৰজা—ভীৰু! ভয় নকৰিবা গুৰু জনলৈ। তেখেত কুলপতি শাস্ত্ৰজ্ঞ; এই কথা জানি কোনো দোষ নধৰে আৰু—

পূৰ্ব্বেও বহুত ৰাজৰ্ষি কন্যাই গান্ধৰ্ব্ব বিধিমতে বিবাহ কৰিছিল; পিতৃসকলে পাচত সেই বিবাহ অভিনন্দিত কৰিছিল। ২০

শকুন্তলা—তথাপি মোক এৰি দিয়ক। মই সখীহঁতৰ ওচৰলৈ যাওঁ।

ৰজা—বাৰু এৰিম।

শকুন্তলা—কেতিয়া ?

ৰজা—হে সুন্দৰি ! তোমোৰাই নতুন ফুলৰ ৰস চোঁৱাদি যেতিয়া মই পিয়াহত উৎকণ্ঠিত সোৱাদ নোলোৱা তোমাৰ কোমল অধৰৰ ৰস সাদৰেৰে পান কৰিম. তেতিয়া। ২১

(শকুন্তলাৰ মুখ ওপৰলৈ ডাঙিব খোজে)।

শকুন্তলা-(আঁতৰাই নিয়ে)।

নেপথ্যে—হে চক্ৰবাকবধু! ৰাতি হল, বিদায় লোৱা লগৰীয়াৰ পৰা।

শকুন্তলা-(ভয় খায়) হে পৌৰব! মোৰ গাৰ বাতৰি লবলৈ নিশ্চয় আৰ্য্যা গৌতমী ইয়ালৈ আহিছে। আপুনি গছৰ আঁৰ হক।

ৰজা-বাক। (নিজক লুকাই বৈ থাকে)।

[তাৰ পাচত হাতত পাত্ৰ লৈ গৌতমী আৰু দুই সখীৰ প্ৰবেশ]

দুইসখী—এই ফালে, এই ফালে আৰ্য্যা গৌতমী !

গৌতমী—(শকুন্তলাৰ কাষ চাপি) আই! গাৰ সন্তাপ কমিছেনে ?

শকুন্তলা—হয়, অলপ কমিছে।

গৌতমী—এই কুশৰ পানীয়ে তোমাৰ গা শাঁত কৰিব। (শকুন্তলাৰ শিৰত দিয়ে) বৎসে! বেলি গল, আহাঁ, কুটীৰলৈ যাওঁ। (যায়)।

শকুন্তলা—(নিজে নিজে) হেৰ হৃদয়! বাঞ্চিতজন অনায়াসে

প্রথমে আহোঁতে কাজব ভাব নেবিলি। মনব দুখেবে এবি যোৱাব পাচত এতিয়া ভই কিয় বেজাব কবিছ? (অলপ গৈ বৈ প্রকাশকৈ) হে সন্তাপহাবি লতাবলয়! মই আকৌ আহিম জিৰাবব কাবণে তোমাব কাষলৈ। (দুখেবে সৈতে বাকী বিলাকব লগত শকুন্তলাব প্রস্থান)

বজা—(আগব ঠাইলৈ আহি হুমুনিয়াহ পেলায়) হায়! প্রার্থিত বস্তু সিদ্ধি হোৱাত বিঘিনি ঘটে! মোবো—

সুপক্ষ নয়নাব বাবে বাবে আঙুলিবে ওঁঠ ঢকা সুচুব নধবিব আদি নিষেধ বচনবে আকুলিত, মনোহব কান্ধলৈ ওলমা মুখখনি কথমপি তুলিহে ললোঁ, চুমা দিবলৈ নেপালোঁ। ২২

এতিয়ানো মই কলৈ যাওঁ? নতুবা প্রিয়াই জিৰণি লৈ এবি থৈ যোৱা এই লতাবলয়ব তলতে ক্ষন্তেক থাকোঁ। (কেউফালে চায়)—

এই শিল চটাতে তেওঁব শবীব-লুলিতা এই খনি পুষ্প শয্যা; পবিশ্রম কবি নখেবে লিখা এই খনি প্রেমলিপি, হাতব পবা সবি পবা এইয়া মৃণালব খাৰু এই বিলাকত চকু পবি শুদা যদিও এই বেতস গৃহ মই বেগতে এবি যাব নোৱবা হৈছোঁ। ২৩

আকাশত—

হে বাজন! সন্ধিয়াব হোম আবম্ভ কবোতেই, প্রজ্বলিত বেদিব চৌপাশে, সন্ধিয়াব তাবৰব দবে,

পিঙ্গলবৰ্ণ বহু বিধ ভয় প্ৰদৰ্শনকাৰী ৰাক্ষসৰ ছাঁবোৰ বিয়পি পৰিছে। ২৪

ৰজা—এইয়া মই গৈছোঁ। (প্ৰস্থান)।

---

## বিষ্কম্ভক

[ তাৰ পাচত ফুল তোলাৰ অভিনয় কৰি দুই সখীৰ প্ৰবেশ ]

অনসূয়া—প্ৰিয়ম্বদা, যদিও গান্ধৰ্ব বিধিমতে শকুন্তলা অনুৰূপ বৰৰ লগত বিবাহ কল্যানা হ'ল—এই বুলি হৃদয়ত শান্তি পায়ছোঁ, তথাপি এটা কথা লৈ চিন্তা হৈছে।

প্ৰিয়ম্বদা—কিনো?

অনসূয়া—আজি যজ্ঞ সমাপ্ত হ'লত ঋষিসকলে ৰজাক বিদায় দিলে। নিজৰ নগৰ পায়, অন্তঃপুৰত সোমায় ইয়াৰ বৃত্তান্ত মনত পৰে বা নপৰে।

প্ৰিয়ম্বদা—নিশ্চিন্ত থাকা। তেওঁৰ নিচিনা আকৃতিৰ মানুহ তেনে গুণৰ বিৰোধী হ'ব নোৱাৰে। কিন্তু, পিতাই এতিয়া এই বৃত্তান্ত শুনি কি বোলে, তাকেহে কব নোৱাৰোঁ।

অনসূয়া—মই যি দেখিছোঁ, তেখেতৰ অনুমত হ'ব।

প্ৰিয়ম্বদা—কেনেকৈ?

অনসূয়া—গুণবানক কন্যা অৰ্পন কৰিব লাগে, এইটো সক-

লোবে মুখ্য সংকল্প। তাকে যদি দৈবই সম্পাদন কৰি দিয়ে তেনেহলেতো অপ্ৰয়াসেই গুৰুজন কৃতাৰ্থ হয়।

প্ৰিয়ম্বদা (ফুলৰ কুকিলৈ চায়) সখি! পূজাৰ জোখাৰে ফুল তোলোঁ।

অনসূয়া—নিশ্চয়; কিয়নো প্ৰিয় সখী শকুন্তলাৰ সৌভাগ্য দেৱতাৰ পূজা কৰিব লাগিব নহয়।

প্ৰিয়ম্বদা—ঠিক। (সেই কামকে আকৌ কৰে)।

নেপথ্যত—এইয়া মই হেৰ!

অনসূয়া—(কান দি) সখি, অতিথিৰ মাত যেন লাগিছে

প্ৰিয়ম্বদা—কুটীৰত শকুন্তলা আছে নহয়। (নিজে নিজে) আজি কিন্তু মনেৰে হলে নাই।

অনসূয়া—হ'ব। এই থিনি ফুলতকৈ আৰু নেলাগে। (দুয়ো যায়)।

নেপথ্যত

আঃ, অতিথি পৰিভাবিনি! তই যাক একমনে চিন্তা কৰি, মই হেন তপোধন অহা মন নকৰিলি, সি, প্ৰমত্তই প্ৰথমে কোৱা কথাৰ দৰে, সোঁৱৰাই দিলেও তোক সুমুঁৱৰিব। ১

প্ৰিয়ম্বদা—হাঁয় ধিক! ধিক! অপ্ৰিয় ঘটিল! কোনো পূজনীয় জনক শূন্য হৃদয়া শকুন্তলাই অপৰাধ কৰিলে।

(আগৰ কালে চায়) যাকে তাকেও নহয়। এইজন সহজে খং উঠা মহৰ্ষী দুৰ্ব্বাসা! সেই দৰে শাপ উদ্ধত ভাৱে বেগাবেগিকৈ গুচি গৈছে। অগ্নিত বাদে আনে কিহে দগ্ধ কৰিব?

অনসূয়া—তুমি যোৱা, ভৰিত ধৰি ঘূৰাই আনাগৈ। মই ইপিনে পানী অৰ্ঘ্য গোটাওঁ।

প্ৰিয়ম্বদা যাক। (প্ৰস্থান)।

অনসূয়া—(দুখোজমান গৈ উজুটি খোৱা দেখুৱায়) আহা! আবেগত থৰথৰ কৰোতে ফুলৰ কুকিটোও হাতৰ পৰা সৰি পৰিল। (পৰা ফুলবোৰ বোটলা দেখুৱায়)।

প্ৰিয়ম্বদা—(প্ৰবেশ হৈ) প্ৰকৃতি বক্ৰ তেওঁ সখি! কাৰ অনুনয় শুনিব? তথাপি অলপমান সদয় হ'ল।

অনসূয়া—(হাঁহি) তেওঁৰ ওচৰত সেযে ধেৰ। কোঁৱাচোন কোঁৱা?

প্ৰিয়ম্বদা—যেতিয়া ঘূৰি আহিবলৈ ইচ্ছা নকৰিলে তেতিয়া মই কলোঁ বোলোঁ "হে ভগবান! প্ৰথম বুলি, তপৰ প্ৰভাৱ নজনা দুহিতৃজনৰ এটি অপৰাধ ক্ষমা কৰক?"

অনসূয়া—পিচে, পিচে?

প্ৰিয়ম্বদা—তেতিয়া, "মোৰ বচন অন্যথা হব নোৱাৰে কিন্তু সুঁৱৰিবলৈ দিয়া কোনো অলঙ্কাৰ দেখিলে শাপ মোচন হ'ব" এই বুলি নিজে উপায় দি গুচি গ'ল।

অনসূয়া—এতিয়া তেওঁ শান্ত্বনা দিব পৰা হ'লোঁ। যাবৰ

বেলিকা বজাই "নিজৰ নাম লিখা আঙঠি মনত পৰিব" এই বুলি স্বয়ং পিন্ধাই যোৱা আঙঠিটো আছে। শকুন্তলাই এতিয়া নিজে উপায় পাব।

প্ৰিয়ম্বদা—সখি! আহাঁ ভেবে দেৱকাৰ্য্য কৰোঁগৈ। ( দুয়ো অলপ যায় )।

প্ৰিয়ম্বদা—( চকু দি ) অনসূয়া! চোঁৱা সোঁৱা বাওঁ হাতত মুখ পেলাই ছবিটিৰ দৰে প্ৰিয় সখী স্বামীৰ চিন্তাত নিজকে পাহৰি আছে। অতিথিৰ আৰু কি কথা?

অনসূয়া—প্ৰিয়ম্বদা! আমাৰ দুয়োৰো মুখতে এই কথাটো থক। প্ৰকৃতি কোমল প্ৰিয় সখীক ৰক্ষা কৰিব লাগিব।

প্ৰিয়ম্বদা—কোনেনো নবমালিকা ফুলত তপত পানী ঢালিব? ( উভয়ৰ প্ৰস্থান )।

---

# চতুৰ্থ অঙ্ক

[ তাৰ পাচত টোপনিৰ পৰা উঠি এজন শিষ্যৰ প্ৰবেশ ]

শিষ্য—প্ৰবাসৰ পৰা অহা ত'ও কাশ্যপে মোক আদেশ দিছে বেলা কিমান হ'ল চাবলৈ। বাহিৰলৈ গৈ চাওঁ আৰু নো কিমান ৰাতি আছে। ( বাহিৰলৈ গৈ চায় ) ৰাতি পুৱালেই! কাৰণ—

এফালে চন্দ্ৰ অস্ত শিখৰত গৈছে, আনফালে অৰুণক আগত লৈ সূৰ্য্য উদয় হৈছে। একে সময়তে এই দুই শক্তিৰ উঠন-পতন হৈ, মানুহৰ দশাও যে এই দৰে নিয়মিত হয়, তাৰ উপদেশ দিছে। ২

জোন মাৰ যোৱাত আগতে শোভা দিয়া এই ভেট ফুল পাহীয়েও মোৰ মনত আনন্দ দিব পৰা নাই, সুঁৱৰিলেহে তাৰ শোভা মনত পৰে। প্ৰিয়জনৰ প্ৰবাসত অবলা জনৰ দুখ প্ৰকৃততে বৰ কষ্ট দায়ক হয়! ৩

( হঠাৎ নাটঘৰৰ বাটৰ কাপোৰ ঠেলি অনসূয়া প্ৰবেশ কৰে )।

অনসূয়া—যদিও আমাৰ বিষয় পৰাঙ্মুখ জনৰ এইবোৰ কথা অবিদিত তথাপি শকুন্তলাৰ প্ৰতি ৰজাই অনাৰ্য্য আচৰণ কৰিছে।

শিষ্য—হোমৰ বেলা হ'ল যেতিয়া গুৰুক জনাওঁগে। ( প্ৰস্থান )

অনসূয়া—শুই উঠিনো এতিয়া কৰোঁ কি ? সদায় কৰি থকা নিজৰ উচিত কামলৈকো হাত ভৰি নচলে। কথা নৰথা মানুহ এজনৰ হাতত শুদ্ধ হৃদয়া সখীক পেলায় কাম দেৱতাৰ কামনা এতিয়া পূৰ্ণ হ'ল! নাইবা দুৰ্ব্বাসাৰ শাপেই এনে কৰিছেনেকি ? নহলেনো ৰাজ কিয় সেইদৰে কৈ বজাই ইমান দিনেও লিখা এডোখৰো নপঠোৱা হ'ল! তেন্তে এই সোঁৱৰণি আঙঠিটোকে তেওঁলৈ পঠিয়াই দিওঁ। দুঃখশীল তপস্বী সকলৰ ভিতৰতনো এতিয়া কাক পাচোঁ ? এইটো সখীৰ দোষ জানি, এতিয়া কৰ খুজিও, প্ৰবাসৰ পৰা ঘূৰি অহা পিতা কাশ্যপক, কৰ নোৱাৰোঁ যে শকুন্তলা দুষ্মন্ত পৰিণীতা আৰু আপন্নসত্বা! এই অৱস্থাত আমি এতিয়া কি কৰোঁ ?

প্ৰিয়ম্বদা—( প্ৰবেশ কৰি, হাঁহি ) সখি, খৰ কৰা, খৰ কৰা! শকুন্তলাৰ যাত্ৰাৰ সময়ত মঙ্গলাচৰণ কৰিবৰ্গৈ লাগে।

অনসূয়া—সখি! ই কেনেকৈ হ'ল ?

প্ৰিয়ম্বদা—শুনা! এইমাত্ৰ শকুন্তলাৰ ওচৰলৈ গৈছিলোঁ, ৰাতি ভালকৈ শুব পাৰিলে নে নোৱাৰিলে শুধিবলৈ বুলি!

অনসূয়া—পিচে, পিচে!

প্ৰিয়ম্বদা—পিচে দেখোঁ লজ্জাৱনতমুখী শকুন্তলাক স্বয়ং পিতা কাশ্যপে সাৱতি ধৰি এই বুলি নিজেই অভিনন্দন কৰিলে, "যজ্ঞৰ ধোৱাঁৰে চকু আকুলিত হলেও যজমানৰ আহুতি

ভাগো অগ্নিতে পৰে বৎসে! সুশিষ্যক বিদ্যা দান কৰাৰ দৰে তুমি অশোচনীয়া হৈছা। আজিয়ে তোমাক ঋষিসকলৰ লগত স্বামীৰ কাষলৈ পঠাম।"

অনসূয়া—পিতা কাশ্যপকনো এই বৃত্তান্ত কোনে দিলে?

প্ৰিয়ম্বদা—অগ্নিশৰণ গৃহত সোমাওঁতে অশৰীৰি ছন্দবাণীৰ দ্বাৰা জানিলে।

অনসূয়া—(সবিনয়ে) কেঁৱাচোন, কি ছন্দবাণী!

প্ৰিয়ম্বদা—(সংস্কৃত ভাষাত গায়)

দুষ্যন্তেনাহিতং তেজো দধানাং ভূতয়ে ভুবঃ।
অবেহি তনয়াং ব্ৰহ্মন্নগ্নিগৰ্ভাং শমীমিব॥ ৪

(হে ব্ৰহ্মন্! অগ্নিগৰ্ভ সমীধৰ দৰে তোমাৰ তনয়াই পৃথিবীৰ হিতৰ কাৰণে, দুষ্যন্তৰ তেজ ধাৰণ কৰিছে বুলি জানিব)।

অনসূয়া—(প্ৰিয়ম্বদাক সাবটি ধৰি) সখি! মোৰ কি আনন্দ! পিচে আজিয়ে আকৌ যে শকুন্তলাক পঠিয়াব, এই বুলি হলে আনন্দৰ লগতে বেজাৰো লাগিছে!

প্ৰিয়ম্বদা—আমাৰ বেজাৰ, সখি! আমি সহিব পাৰিম; তাই তপস্বিনী যাতো সুখী হক!

অনসূয়া—এই নিমিত্তেই মই ইমান দিন মৰহি নোযোৱাকৈ বকুল ফুলৰ মালা এধাৰি সৌ আম জোপাৰ দালত নাৰিকলৰ কোটোৰাত ভৰাই, ওলোমাই থৈছিলোঁ। তুমি এই মালাধাৰি আনি তেওঁৰ হাতত পিন্ধাই দিয়াগৈ।

ইকালে মহো ভেতৰ নিমিত্তে মৃগৰোচনা, তীৰ্থমৃত্তিকা, দুবৰীৰ কোমল পাত আদিৰ মঙ্গল সম্ভাৰ যুগুত কৰোঁ।

প্ৰিয়ম্বদা— কথা ভেনে।

অনসূয়া— ( প্ৰস্থান )

প্ৰিয়ম্বদা— ( মালাধাৰ আনে )

নেপথ্যে — গৌতমি ! শকুন্তলাক আনিবলৈ শাৰ্ঙ্গৰৱতক কোৱা ?

প্ৰিয়ম্বদা— ( কান দি ) অনসূয়া ! খৰ কৰা, খৰ কৰা ! সেয়া হস্তিনাপুৰলৈ যাবলৈ ওলোৱা ঋষি সকলে খদম্ দম্ লগাইছে।

অনসূয়া— ( অঙ্গুলেপন হাতত লৈ প্ৰবেশ কৰি ) সখি, আহা যাওঁহক।

( অলংমান গৈ )

প্ৰিয়ম্বদা— ( চায় ) এয়া শকুন্তলা স্বস্তি-বাচনিকা তাপসী সকলে হাতত চাউল লৈ সূৰ্য্যোদয়তে মূৰ পা ভিজাই স্নান কৰাই আশীৰ্বাদ কৰি আছেহি। ওচৰ চাপি যাওঁ আহাঁ।

( দুয়ো চাপি যায় )

[ ইয়াৰ পাচত ওপৰত কোৱা দৰে
আগনত বহি শকুন্তলা ]

( শকুন্তলাৰ প্ৰতি তাপসীসকল— )

এগৰাকী— আই ! স্বামীৰ বহুমান সূচক, মহাদেবী শব্দ লাভ কৰা !

দ্বিতীয়া— বৎসে ! বীৰপ্ৰসবিনী হোৱা !

তৃতীয়া— বৎসে ! স্বামীৰ চেনেহৰ পাত্ৰ হোৱা !

( আশীৰ্ব্বাদ দি গৌতমীৰ বাদে
বাকী কিগৰাকীৰ প্ৰস্থান )

দুই সখী— ( ওচৰ চাপি ) সখি ! তোমাৰ এই স্নান সুখময় হওক !

শকুন্তলা— স্বাগত মোৰ সখীহঁত ! এই খিনিতে বঁহা।

দুই সখী— ( মঙ্গল পাত্ৰ লৈ বহি ) সখি ! ভালকৈ বঁহা. আমি মঙ্গল সম্ভাৰ দিওঁ।

শকুন্তলা— সখীহঁত ! এয়েই খেৰ ! আজিৰ পৰা আৰু সখীহঁতে পিন্ধোৱা মোৰ দুৰ্লভ হব।

( চকুপানী টোকে )

দুই সখী—সখি, মঙ্গলকালত কন্দা তোমাৰ উচিত নহয়।

( চকুপানী মুচি দি সাজ পিন্ধায়

প্ৰিয়ম্বদা—আভৰণোচিত ৰূপ আশ্ৰমৰ সাজে বিকৃতিহে কৰিছে।

[ হাতত আভৰণ লৈ দুজন ঋষি কুমাৰৰ প্ৰবেশ ]

দুই ঋষি কুমাৰ—এইবোৰ সাজ। তেওঁক পিন্ধোৱা।

[ সকলোৱে চায় আচৰিত হয় ]

গৌতমী – বৎস! এইবোৰ ক'ত পালা?

১ম ঋ: কু:—পিতা কাশ্যপৰ প্ৰভাৱত।

গৌতমী—মানসী সিদ্ধিনেকি?

২য় ঋ: কু:—নহয়, শুনক। তেখেতে আমাক আজ্ঞা কৰিলে, শকুন্তলাৰ নিমিত্তে গছবোৰৰ পৰা ফুল আহৰণ কৰাগৈ, যোঁৱা বুলি। তেতিয়া কি হ'ল—কোনোবা এজোপা গছে মঙ্গলকাৰ্য্যৰ উপযোগী, জোনৰ নিচিনা শুকুলা বৰণৰ পাটৰ কাপোৰজোৰ দিলে; কোনো এজোপাই চৰণোপযোগী ধুনীয়া অলকা দিলে; বাকীবিলাকেও বনদেৱতাসকলৰ গাঠিলৈকে উলিওৱা হাতেৰে, মণিবিলাক এনেভাবে দিবলৈ ধৰিলে যেন তেওঁলোকৰ হাতে, গছৰ কুঁহিপাতৰ লগত, ভথিয়াভথি কৰিছে দিছিল। ৫

প্ৰিয়ম্বদা—( শকুন্তলালৈ চায় ) হেৰা শকুন্তলা! নোখোজাকৈয়ে পোৱা এইবোৰৰ পৰা বুজিব পাৰি তুমি স্বামীৰ ঘৰত ৰাজলক্ষ্মী হ'বা।

শকুন্তলা—( লাজপোৱা দেখুৱায় )

১ম ঋঃ কুঃ—গৌতম ! আঁহা, আঁহা, স্নান কৰি উঠোতেই
কাশ্যপক বনস্পতিসকলৰ সেৱাৰ কথা জনাওগৈ ।
২য় ঋঃ কুঃ—বাক । ( উভয়ৰ প্ৰস্থান )
দুই সখী—হেৰা, আমি অলঙ্কাৰ আভৰণ পিন্ধি পোৱা নাই ।
চবিত পোৱা পৰিচয় মতেই তোমাক পিন্ধাওঁ ।
শকুন্তলা—তোমালোকৰ নিপুণতা মই জানো ।
( দুই সখীয়ে অলঙ্কাৰ পিন্ধায় )
[ তাৰ পাচত স্নান কৰি উঠি কাশ্যপৰ প্ৰবেশ ]
কাশ্যপ—আজি শকুন্তলা যাবগৈ—এইবুলি মোৰ হৃদয় উৎকণ্ঠাত আক্ৰান্ত হৈছে. চকুৰ পানীয়ে কণ্ঠ ৰোধ কৰিছে ; চিন্তাত চকু ধুঁৱলী-কুঁৱলী হৈছে ! দেখি ঐ ! মোৰে যদি অৰণ্যবাসীজনৰ স্নেহত এইৰূপ ব্যাকুলতা হয়, গৃহস্থীসকলক যে প্ৰথমে ছোৱালী উলিয়াই দিয়া দুখে কিমান পীড়া দিয়ে ! ৬

[ মূল শ্লোক :—
যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুৎকণ্ঠয়া
কণ্ঠঃ স্তম্ভিতবাষ্পবৃত্তিকলুষশ্চিন্তাজড়ং দৰ্শনম্ ।
বৈক্লব্যং মম তাবদীদৃশমহো স্নেহাদৰণ্যৌকসঃ
পীড়্যন্তে গৃহিণঃ কথং নু তনয়াবিশ্লেষদুঃখৈৰ্নবৈঃ ॥ ]

( আগবাঢ়ি যায় )

দুই সখী—হেৰা শকুন্তলা ! অলঙ্কাৰ পিন্ধোৱা হ'ল । এতিয়া পাট কাপোৰজোৰ পিন্ধা ?

( শকুন্তলাই উঠি থিয় )

গৌতমী—এইয়া আই, তোমাৰ পিতৃগুৰু, আনন্দলোতক-ওপচা চকুৰে তোমাক সাৱটি যেন উপস্থিত হৈছেহি। প্ৰণাম কৰা ?

শকুন্তলা—( লাজ কৰি ) বন্দে পিতা !

কাশ্যপ—বৎসে !

যযাতিৰ প্ৰিয়া শৰ্ম্মিষ্ঠাৰ দৰে তুমিও তোমাৰ স্বামীৰ প্ৰিয়পাত্ৰী হোৱা আৰু তেওঁ পুৰুক পুত্ৰ পোৱাৰ দৰে তুমিও চক্ৰবৰ্ত্তী পুত্ৰ লাভ কৰা। ৭

গৌতমী—ভগবন্ ! এইটো বৰহে আশীৰ্ব্বাদ নহয়।

কাশ্যপ—বৎসে ! অলপতে হোম দিয়া এই অগ্নি প্ৰদক্ষিণ কৰা।

( সকলোৱে প্ৰদক্ষিণ কৰে )

কাশ্যপ—( ঋক্ বেদৰ ছন্দেৰে আশীৰ্ব্বাদ দিয়ে )

অমী বেদিং পৰিতঃ ক্লৃপ্তধিষ্ণ্যাঃ
সমিদ্বন্তঃ প্ৰান্তসংস্তীৰ্ণদৰ্ভাঃ।
অপঘ্নন্তো দুৰিতং হব্যগন্ধৈৰ্
বৈতানাস্ত্বাং বহ্নয়ঃ পাবয়ন্তু ॥ ৮

( বেদীৰ কেউকাষে সংস্থাপিত, পবিত্ৰ সমিধেৰে প্ৰজ্বলিত, চাৰিওকাষে কুশৰাশি বিক্ষিপ্ত, হবিৰ গন্ধেৰে পাপ দূৰ কৰা এই যজ্ঞৰ বহ্নিয়ে তোমাক পবিত্ৰ কৰক। )

এতিয়া ব'লা। ( দৃষ্টি কৰি ) শাৰ্ঙ্গৰৱইত ক'ত ?

শিষ্য—( প্ৰবেশ হৈ ) ভগবন্! এইয়া আমি।

কাশ্যপ—ভনীয়েৰাক বাট দেখুউৱা।

শাৰঙ্গৰৱ—এইফালে এইফালে।

( সকলো আগবাঢ়ি যায় )

কাশ্যপ—হে সন্নিহিত তপোবন তৰুবিলাক!

যি তোমালোকক আগতে নিদিয়াকৈ পানী এটোপাও নেখায়, যি পিন্ধি ভালপোৱা স্বত্বেও তোমালোকৰ মৰমত পাত এটিও নিচিঙে, তোমালোকৰ প্ৰথম কুসুম প্ৰসূতি সময়ত যাৰ মহৎ উৎসৱ হয়, সেই শকুন্তলা আজি তেওঁৰ পতিগৃহলৈ যায়, সকলোৱে অনুমতি দিয়াইক। ৯

[ মূল শ্লোক :—

পাতুং ন প্ৰথমং ব্যৱস্যতিজলং যুষ্মাস্বপীতেষু যা
নাদত্তে প্ৰিয়মণ্ডনাপি ভবতাং স্নেহেন যা পল্লবম্।
আদ্যে বঃ কুসুমপ্ৰসূতিসময়ে যস্যাঃ ভবত্যুৎসবঃ
সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্বৈৰনুজ্ঞায়তাম্॥ ]

( কোকিলৰৱ শুনা যেন কৰি ) সেয়া, তেওঁৰ বনবাস-বন্ধু তৰুবিলাকে কোকিলৰ মাতেৰে শকুন্তলাক যাবলৈ অনুমতি দিছে। তেওঁলোকে কথাৰ উত্তৰ এইদৰেই দিয়ে। ১০

আকাশত—

এওঁৰ পথৰ দাঁতি বাওলী পদুমৰ সৰোবৰেৰে মনোৰম হক, সূৰ্য্যৰ তাপ তোপোহা গছৰ ছাঁয়ে নিয়মিত কৰক, পথৰ ধূলি পদুমৰ ৰেণুৰ দৰে কোমল হক, বায়ু শান্ত অনুকূল

হক আৰু পথ মঙ্গলময় হক। ১১

( সকলোৱে বিস্ময় হৈ শুনে )

গৌতমী— আই, তোমাৰ নিজ জ্ঞাতি জনৰ স্নেহৰ দৰে, তপোবন দেৱতাসকলেও তোমাক যাবলৈ আজ্ঞা দিছে। দেৱতাসকলক প্ৰণাম কৰা।

শকুন্তলা—( প্ৰণাম কৰি কৰি গৈ, আনে শুনোঁৱাকৈ ) হেৰা প্ৰিয়ম্বদা, আৰ্য্যপুত্ৰ দৰ্শনৰ মোৰ হেঁপাহ হৈছে যদিও আশ্ৰম এৰি যাব লগা হোৱাত মোৰ ভৰি দুটা দুখেৰে আগবলৈ টানিছে।

প্ৰিয়ম্বদা—সখীয়েই কেৱল তপোবন বিৰহকাতৰা হোৱা নাই। তোমাৰ উপস্থিত বিয়োগত তপোবনখনেো সেই একে অৱস্থাই দেখা দিছে।

পছুবোৰৰ মুখৰপৰা কুশ ঘাঁহবোৰ সৰি পৰিছে, ময়ুৰবিলাকে নাচিবলৈ এৰি দিছে; লতাবোৰেও, পকা পাত সৰি যেন চকুপানীহে টুকিছে! ১২

শকুন্তলা—( মনত পৰি ) পিতা! লতাভগিনী বনজ্যোৎস্নাক মাত এবাৰ লগাই আহোঁ।

কাশ্যপ— জানো তাইৰ প্ৰতি তোমাৰ সোদৰ স্নেহ। এইয়া সোঁফালে ওচৰতে।

শকুন্তলা—( লতাৰোপাৰ কাষ পায় ) বনজ্যোৎস্নে! আমতোপাক সাবটি আছা যদিও, এইফালে ওলাই থকা ডাল কিটাবেই মোক আলিঙ্গন কৰা। আজিৰ পৰা

আক মই তোমাৰ দূৰণীৰটীয়া হ'ম।

কাশ্যপ—আগৰেপৰা মোৰ সংকল্প আছিল তোমাক অনুৰূপ ৰৰৰ লগত বিয়া দিয়া। পিচে তুমি নিজ গুণে তাকে কৰিলা। এই নৱমালিকা ফুলজোপাও আম-জোপাৰ লগত লগ লাগিল। এতিয়া মই তোমালোক দুয়োটিৰ নিমিত্তে নিচিন্ত হলোঁ। ১১

এই বাটে ব'লা।

শকুন্তলা—(সখীয়েকহঁতৰ প্ৰতি) হেৰা, তোমালোক দুয়োৰো হাতত বনজোৎস্নাক গটালোঁ। দেই!

দুই সখী—আমাক বা কাৰ হাতত গটালা?

(চকুপানী টোকে)

কাশ্যপ—অনসূয়া! নেকান্দিবা! তোমালোকেহে শকুন্তলাক টিৰ বান্ধিব লাগে।

(সকলোটি আগবাঢ়ি যায়)

শকুন্তলা—পিতা! কুটিৰৰ ওচৰতে চৰা, গাভিনী হৈ লাহে লাহে ফুৰা, এই হৰিণীজনীয়ে যেতিয়া বিনা আয়াসে পোৱালী দিব তেতিয়া কোনো এজনক এই শুভ সংবাদটো জি মোৰ ওচৰলৈ পঠায় দিব?

কাশ্যপ—বৎসে! মই এইবাৰ নেপাহৰোঁ।

শকুন্তলা—(গতি ভঙ্গ দেখুৱাই) এইটোনো কোন অ' মোৰ কাপোৰত লাগি ধৰিছে? (উভতি চায়)

কাশ্যপ—বৎসে! যুৰত কুশৰ কাটাই বিন্ধি যা কৰোতে

যিটোক তুমি যা-শুকুউৱা ইঙ্গুদি তেল ঘঁহি দিছিলা,
যিটোক তুমি মুঠিয়ে মুঠিয়ে ধান খুৱাই ডাঙৰ কৰিছিলা,
তোমাৰ লখাৰ দৰে যিটোক তুমি লৈ ফুৰিছিলা এইটোৱেই
সেই পহু পোৱালীটো, তোমাৰ লগে লগে আহিছে। ১৪

শকুন্তলা—বৎস! তোৰ সহবাস পৰিত্যাগিনী জনীৰ লগত কেলেই আহিছ? ওপজাৰ পৰাই মাৰ নোহোৱাকৈ ডাঙৰ হৈছ, এতিয়াও মই নোহোৱাত পিতাই চাব। উভতি যা। ( কান্দি কান্দি যায় )

কাশ্যপ—চকুপানীয়ে তোমাৰ দীঘল নোমৰ দুচকু নেদেখা কৰিছে। স্থিৰ ভাবে চকুপানী সংযত কৰা। ভালকৈ নেদেখিলে এই খলাবমা বাটত তোমাৰ ভৰি উজুটি খাবা। ১৫

শাৰ্ঙ্গৰৱ—ভগবন! প্ৰিয়জনে পানী পোৱালৈকেহে আগবঢ়াব পায় বুলি শুনিছোঁ। এইয়া নদীৰ পাৰ। ইয়াতে আদেশ বাণী দি উভতি যোৱা ভাল।

কাশ্যপ—তেনে এই ক্ষীৰ বৃক্ষৰ ছাঁতে বওঁহক।

( সকলো গৈ বয় )

কাশ্যপ—( নিজে নিজে ) তেখেতে দুষ্মন্তৰ উপযোগী বাণীনো এতিয়া কি দিওঁ। ( চিন্তা কৰে )

শকুন্তলা—( আনে শুনাকৈ ) হেৰা, চোঁৱাচোন, সেই চাকৈ-চকোৱা জনীয়ে পদুম পাতখিলাৰ আঁৰ হলতে, লগৰীয়াটোক নেদেখি, কেনে করুণকৈ কান্দিছে!

মই যে কি দুষ্কৰ কাম কৰিছোঁ!

অনসূয়া—সখি! তেনেকৈ নেভাবিবা। ভায়ো প্ৰিয়জন বিনা বিষাদ দীঘল ৰাতিটো কটায়। বিৰহ দুখ গুৰু হলেও পুনৰমিলন আশাই সাহ দিয়ে। ১৬

কাশ্যপ—শাৰ্ঙ্গৰৱ! শকুন্তলাক আগত ৰাখি ৰজাক মোৰ এই বচন কৰা—

শাৰ্ঙ্গৰৱ—আজ্ঞা কৰক ভগবন্!

কাশ্যপ—আমাৰ সংযম ধন, আপোনাৰ উচ্চ কুল আৰু পিতা ভাই বন্ধুৰ বিনা আয়াসে আপোনাৰ প্ৰতি এওঁৰ এনে অনুৰাগ; এইকিটা কথা দকৈ ভাবি এওঁকো আপোনাৰ মহিষীসকলৰ লগত সমান ভাবে দেখিব। ইয়াৰ পাচত তাইৰ ভাগ্যত যি আছে। কন্যাৰ আত্মীয় জনে তাক কোৱা অনুচিত। ১৭

[ মূল শ্লোক :—

অস্মান্ সাধু বিচিন্ত্য সংযমধনানুচ্চৈঃ কুলং চাত্মনম্
ত্বয়ি অস্যাঃ কথমপ্যবান্ধবকৃতাং স্নেহপ্ৰবৃত্তিং চ তাম্।
সামান্য প্ৰতিপত্তিপূৰ্ব্বকমিয়ং দাৰেষু দৃশ্যা ত্বয়া
ভাগ্যায়ত্তমতঃ পৰং নখলু তদ্বাচ্যং বধূবন্ধুভিঃ ॥ ]

শাৰ্ঙ্গৰৱ—এই বাণী ভালকৈ মনত লৈছোঁ।

কাশ্যপ—বৎসে! তোমাক এতিয়া বুজনি দিব লাগে। অৰণ্যবাসী হলেও আমি সাংসাৰিক কথা জানো।

শাৰ্ঙ্গৰৱ—বুদ্ধিমন্তৰ অজনা একো নাই।

কাশ্যপ—ইয়াৰ পৰা গৈ তুমি তোমাৰ পতি কুল পায়—

শুৰুজনক সেৱা-শুশ্রূষা কৰিবা, সপত্নীক প্রিয়সখী জ্ঞান কৰিবা ; স্বামীয়ে বেয়া আচৰণ কৰিলেও খংত তেওঁৰ বিপৰীতে নেযাবা। নিজক ভাগ্যৱতী ভাবি গৰবিনী নহৈ দাস-দাসীবিলাকক মৰম কৰিবা। এইদৰেহে জীয়ৰীবিলাক ঘোৱাৰী হয়। ইয়াৰ বিপৰীতে গলে কুলৰ যাতনা হয়। ১৮

গোতমীয়ে বা কি বোলে ?

[ মূল শ্লোক :—

শুশ্রূষস্ব গুৰূন্ কুৰু প্রিয়সখীবৃত্তিং সপত্নীজনে
ভর্তু র্বিপ্রকৃতাপি ৰোষণতয়া মাস্ম প্রতীপং গমঃ।
ভূয়িষ্ঠং ভব দক্ষিণা পৰিজনে ভাগ্যেষ্বনুৎসেকিনী
যান্ত্যেবং গৃহিণীপদং যুবতয়ো বামাঃ কুলস্যাধয়ঃ ॥ ]

গোতমী—ঘোৱাৰীৰ প্রতি এইবোৰেই উপদেশ। আই, এইবোৰ মাথোন সদায় মনত ৰাখিবা।

কাশ্যপ—বৎসে! মোক আৰু সখীয়েৰাইতক আলিঙ্গন কৰা।

শকুন্তলা—পিতা! প্রিয়ম্বদা সখীইত ইয়াৰ পৰাই উভতি যাবনে কি ?

কাশ্যপ—বৎসে! ইহঁত দুজনীও উলিয়াই দিব লগা ছোৱালী, তালৈ যোৱা উচিত নহয়। তোমাৰ লগত গোতমী যাব।

শকুন্তলা—( পিতাকক সাবটি ধৰি ) চন্দন লতা মলয় গছৰ পৰা খহি পৰাদি, পিতাৰ কোলাৰ পৰা দেশান্তৰত

গৈ, মই কেনেকৈ জীৱন ধাৰণ কৰিম?

কাশ্যপ—বৎসে! কিয় এনেকৈ কাতৰ হৈছা?

উচ্চ কুলৰ স্বামীৰ আদৰণীয় গৃহিণীপদ পায়, তেওঁৰ
অতুলবিভৱৰ গুৰু গৃহকাৰ্য্যাত সদায় মন ব্যস্ত ৰাখি,
আৰু পূবৰ সূৰুযৰ দৰে অচিৰে পবিত্ৰ পুত্ৰ জন্ম
দি, তুমি মোৰ বিয়োগ শোক অনুভৱ নকৰিবা। ১৯

শকুন্তলা—( পিতাকৰ ভৰিত পৰে )

কাশ্যপ—মোৰ মনোবাঞ্ছা তোমাৰ পূৰণ হক।

শকুন্তলা—( সখীয়েকহঁতৰ কাষ চাপি ) হেৰা তোমালোকে দুয়ো মোক একেলগে আলিঙ্গন কৰা।

দুই সখী—( সেইদৰে কৰি ) সখি! যদি কেনেবাকৈ ৰজাই তোমাক বেগেতে চিনি নেপায় তেনে তেওঁক সেই নিজৰ নাম লিখা আঙুঠিটো দেখুৱাই দিবা।

শকুন্তলা—তোমালোকৰ এই আশঙ্কাই মোক কঁপাই দিছে।

দুই সখী—ভয় নেখাবা। মৰমে এনেই আশঙ্কা কৰাই।

শাৰ্ঙ্গৰৱ—বেলি দুপৰ হ'ল। তুমি সোনকাল কৰা।

শকুন্তলা—( আশ্ৰমৰ ফালে মু কৰি ৰৈ ) পিতা, কেতিয়ানো আকৌ তপোবন দেখিবলৈ পাম?

কাশ্যপ—শুনা,

বহুকাল সাগৰে চৌদিশে বেৰা পৃথিবীৰ সপত্নী
হৈ, অপ্ৰতিদ্বন্দ্বি পুতেৰক ৰাজ্যভাৰ আৰু প্ৰজাৰ দায়ীত্ব
তোমাৰ স্বামীয়ে অৰ্পণ কৰি, তেওঁৰ লগত তুমি

আকৌ আহি এই শান্তিময় আশ্রমত বাস কৰিবাহি। ২০

গৌতমী—আই, যাবৰ বেলা পাৰ হৈছে। পিতাৰাক ঘূৰাই পঠোৱা। আপুনি ওভতক, নহলে এই পুনঃ পুনঃ এইদৰে কৈয়ে থাকিব।

কাশ্যপ—বৎসে! মোৰ তপস্যাৰ হানি হৈছে।

শকুন্তলা—(পুনৰ পিতাকক সাবটি ধৰি) পিতাৰ শৰীৰ তপস্যাত পীড়িত। সেইকাৰণে মোৰ বাবে বেচিকৈ উৎকণ্ঠিত নহ'ব।

কাশ্যপ—(হুমুনিয়াহ পেলাই) বৎসে! তুমি কুটীৰৰ দুৱাৰ মুখত, পূজালৈ যোগাৰ কৰোতে পৰা ধানৰ গজালি দেখি মোৰ শোক কেনেকৈ আঁতৰিব? ২১

যোৱা তোমাৰ পথ মঙ্গলময় হওক!

(সহযাত্ৰীৰে সৈতে শকুন্তলাৰ প্ৰস্থান)

দুই সখী—(শকুন্তলালৈ চাই) হায়, হায়! শকুন্তলাক হাৰিয়ে আঁৰ কৰিলে।

কাশ্যপ—(হুমুনিয়াহ পেলাই) অনসূয়া! তোমালোকৰ সহ-ধৰ্ম্মচাৰিণী গ'লগৈ। শোক এৰি মোৰ পাচে পাচে আহাঁ। (যায়)

দুই সখী—পিতা, শকুন্তলা-বিহীন আশ্ৰমত নহয় যেন আমি শূণ্যতহে সোমাইছোঁ।

কাশ্যপ—তোমালোকৰ স্নেহ প্ৰবৃত্তিৰ কাৰণে এনেকুৱা দেখিছা।

( বিমৰ্ষ ভাবে গৈ ) যেই হক, শকুন্তলাক পঠিয়াই এতিয়া মই শান্তি পাইছোঁ। কিয়নো—

বিবাহিতা কন্যা পৰৰ ধন; তাকে আজি বিবাহিত জনলৈ পঠায়, থবলৈ দিয়া ধন গৰাকীক ঘোধায় দিয়াৰ দৰে, মোৰ অন্তৰাত্মা প্ৰফুল্ল হৈছে। ২২

( সকলোৰে প্ৰস্থান )

## পঞ্চম অঙ্ক

[ আসনত বহি ৰজা আৰু বিদূষকৰ প্ৰবেশ ]

বিদূষক—( কাণ দি ) হেৰি বয়স্য! সঙ্গীতশালাৰ ফালে কাণ দিয়কচোন, বিশুদ্ধ মধুৰ সঙ্গীতৰ স্বৰ সংযোগ শুনা গৈছে। হংসপদিকা ৰাণীয়ে বৰ্ণ-পৰিচয় কৰিছে হ'বলা।

ৰজা—মনে মনে থাকাচোন বাৰু মই শুনো।

[ আকাশত গায় ]

অহিণৱ মহুলোলুবো তুমং
তহ পৰিচুম্বিঅ চূঅমঞ্জৰিং।
কমল বসইমেত্তণিব্বুও
মহুঅৰ বিম্হৰিও সি ণং কহং॥ ১

[ সংস্কৃত :— অভিনবমধুলোলুপঃ ত্বং তথা
পরিচুম্ব্য চূতমঞ্জরীম্।
কমলবসতিমাত্রনির্বৃতঃ মধুকর
বিস্মৃতঃ অসি এনাং কথম্ ॥

( হেৰ নিতে-নব-মধুলোভী ভোমোৰা ! সেইদৰে চূত-মঞ্জৰীৰ ৰস চুহি পদুম ফুলত পৰিয়ে তৃপ্তি পায়, চূত-মঞ্জৰীক পাহৰি পেলালি কিয় ? )]

ৰজা — আহা ! বেচ ৰাগপৰিবাহিনী গীত !

বিদূষক — গীতৰ অৰ্থ পায়ছে নে ?

ৰজা — ( হাঁহি ) তেওঁ হৈছে এবাৰ লগপোৱা গৰাকী। সেই-দেখি দেবী বসুমতীক লৈ মোক ভালকৈয়ে বিদ্রূপ কৰিছে। সখি মাধব্য ! মোৰ বচন হংসপদিকাক কোৱাগৈ, মই খুব গৰিহণা পায়ছোঁ।

বিদূষক — আপুনি যি আজ্ঞা দিছে। ( যাবলৈ উঠি ) পিচে বয়স্য ! কাৰবাৰ হতুৱাই চুলিত ধৰাই মোক যি মাৰ সোধাব, সংসাৰ নিস্পৃহ ঋষিৰ যেনেকৈ অপ্সৰাৰ পৰা গতি নাই, তেনেকৈ মোৰো আৰু গতি নহ'ব।

ৰজা — যোৱাঁ, ৰসিকভাবে কোৱাগৈ।

বিদূষক — আৰু কি গতি ! ( প্ৰস্থান )

ৰজা — ( নিজে নিজে ) কিয়নো ৰাক এই গীত শুনি আপোন-জনৰ পৰা বিয়োগ নোহোৱাকৈয়ে ইমান বেচিকৈ উৎকণ্ঠিত হৈছোঁ। অথবা

যেতিয়া কোনো লোকে সুখত থাকিও মনোহাৰী বস্তু দেখি আৰু মধুৰ কলধ্বনি শুনি পৰ্য্যুৎসুকী হয়, তেতিয়া নিশ্চয় অন্তৰত বদ্ধমূল থকা পূৰ্ব্বজন্মৰ আন কোনো লোকৰ সুহৃদ্‌ভাৱ অজ্ঞাত ভাৱে মনত জাগি উঠে। ২

( চিন্তাভাৰত থাকে )

( তাৰ পাচত কঞ্চুকীৰ প্ৰবেশ )

কঞ্চুকী—হাঁয়! মই যে কি অৱস্থাত আহি পৰিলোঁহি!

অন্তঃপুৰৰ কেৱল নিয়মৰ কাৰণে মই যি বেত্ৰদণ্ড মনযোগে ধৰিছিলোঁ, বহুকালৰ পাচত মোৰ অথিৰ ভৰিৰ সিয়ে এতিয়া আশ্ৰয় হৈছেহি। ৩

ধৰ্ম্মকাৰ্য্য বজাৰ অলঙ্ঘনীয় সি ঠিক। তথাপি এই মাত্ৰ ৰাজকাৰ্য্য আসনৰ পৰা উঠি অহা ৰজাক, পুনৰ কণ্ব-শিষ্যৰ আগমনৰ কথা জনায়, কষ্ট দিবলৈ মোৰ মন যোৱা নাই। অথবা লোকপালকৰ বিশ্ৰাম নাই।

সূৰ্য্যই এবাৰ মাথোন ৰথত ঘোঁৰা জুতি ললে; বতাহ দিনে ৰাতি বৈয়ে আছে; অনন্তৰ ওপৰত পৃথিবীৰ ভাৰ সদাই আছেই। সেইদৰে ষষ্ঠাংশ ৰাজহ লোৱা ৰজাবো এনেকুৱা ধৰ্ম্মই। ৪

সি যি হক মই মোৰ কাম কৰোঁ। ( অলপ গৈ দেখি ) এয়া স্বৰ্গদেৱ; নিজৰ সন্তানৰ দৰে প্ৰজা

পালন কৰি ক্লান্ত হৈ আছি, গজেন্দ্ৰই হাঁতীৰ জাক চৰাই ব'দত উত্তপ্ত হৈ শীতল ঠাইত জিৰণি লোৱাৰ দৰে, নিৰ্জ্জন ঠাইত বিশ্ৰাম কৰিছেহি।

( ওচৰলৈ গৈ ) স্বৰ্গদেৱৰ জয় হক। হিমৱন্ত গিৰি উপত্যকাৰ অৰণ্যবাসী কেইজনমান তপস্বী, কাশ্যপ মুনিৰ সংবাদ লৈ, স্ত্ৰীলোকসহ, উপস্থিত হৈছেহি। স্বৰ্গদেৱে শুনি যি আজ্ঞা কৰে।

ৰজা—( সাদৰেৰে ) কি! কাশ্যপ মুনিৰ সংবাদ অনা লোক?

কঞ্চুকী—হয়।

ৰজা—তেনে মোৰ বচন সোমৰাত উপাধ্যায়ক কোৱাঁ এই আশ্ৰমবাসী কেইজনক শ্ৰুতিমতে সংকাৰ কৰি নিজেই মোৰ আগলৈ আনক। ময়ো তপস্বী দৰ্শনৰ উচিত গৃহত গৈ অপেক্ষা কৰোঁগৈ।

কঞ্চুকী—স্বৰ্গদেৱে যি আজ্ঞা কৰিছে। ( প্ৰস্থান )

ৰজা—( উঠি ) বেত্ৰৱতি, অগ্নিশৰণ গৃহৰ বাট দেখুউৱা।

প্ৰতিহাৰী—এইফালে, এইফালে, স্বৰ্গদেৱ!

ৰজা—( তুখোজমান গৈ ৰাজকাৰ্য্যত ভাগৰ লগা দেখুৱায় ) প্ৰাৰ্থিত বস্তু পালে সকলো প্ৰাণী সুখী হয় ৰজাৰ কিন্তু প্ৰকৃতপক্ষে দুখৰ মাত্ৰাহে বাঢ়ে।

ৰজাৰ অভিলষিত বস্তু সিদ্ধি হলে তাক পোৱাৰ হেপাঁহ মাত্ৰ মাৰ যায়, পোৱাৰ পাচত তাক পালন কৰোতে দুখৰহে মাত্ৰা বাঢ়ে; নিজ হাতেৰে ছত্ৰ-দণ্ড

ধৰাৰ দৰে, সি শ্ৰমৰ কাৰণ যিমান হয়, শ্ৰম নিবাৰণৰ কাৰণ সিমান নহয়। ৬

নেপথ্যত বৈতালিকদ্বয়—স্বৰ্গদেৱৰ জয় হক।

১ম বৈতালিক—আপুনি নিজৰ সুখ অভিলাষ নকৰি, প্ৰজাৰ কাৰণে ভাবি খিনাই গৈছে; অয়শ্যে আপোনাৰ প্ৰতিদিন এনে কামেই। গছে নিজে মূৰেৰে প্ৰখৰ ৰদ বহন কৰে কিন্তু সি তাৰ ছাঁৰে আশ্ৰয় বিচৰা জনৰ তাপ দূৰ কৰে। ৭

২য় বৈতালিক—ৰাজদণ্ড ধৰি আপুনি বিপথগামীক পালন কৰে, প্ৰজাৰ বিবাদ ভঞ্জন কৰে, শান্তি বিস্তাৰ কৰে। প্ৰজাবিলাকৰ প্ৰচুৰ সম্পদত আপুনি জ্ঞাতিস্বৰূপ হয় আৰু বিপদতো প্ৰকৃত বন্ধু আপোনাতেহে তেওঁলোকে পায়। ৮

ৰজা—এওঁলোকে মোৰ ক্লান্ত মনক পুনৰ নতুন কৰিলে।

( আগবাঢ়ি যায় )

প্ৰতিহাৰী—অগ্নিশৰণ গৃহৰ পিৰালি সাৰি চিকুণকৈ থোৱা আছে, ওচৰতে হোমধেনুও আছে; স্বৰ্গদেৱে আৰোহণ কৰক।

ৰজা—( আৰোহণ কৰি, পৰিজনৰ গাত ভৰ দি বৈ ) বেত্ৰৱতি! কি উদ্দেশ্যে ভগবান কাশ্যপে ঋষিসকলক মোৰ ওচৰলৈ পঠাইছে?

ব্ৰত ধৰি তপস্যা কৰি থকা ঋষিসকলৰ যাগযজ্ঞ
কিবা বিঘিনিৰ দ্বাৰা দোষযুক্ত হৈছেনেকি? নতুবা
ধৰ্ম্মাৰণ্যৰ মৃগাদি জন্তুবোৰক কোনোবাই উপদ্ৰৱ কৰি-
ছেনেকি? নহলে মোৰ কোনো অসৎ আচৰণৰ বাবে
তৰুলতাবিলাকে পত্ৰপুষ্পফল দিয়াত প্ৰতিবন্ধক হৈছে-
নেকি? ইত্যাদি বহুতবোৰ চিন্তা আহি মোৰ মন
ব্যাকুল হৈছে! ৯

প্ৰতীহাৰী— মই ভাবোঁ স্বৰ্গদেৱৰ সজ আচৰণত ৰং পায়হে ঋষিসকলে সন্মান প্ৰদৰ্শন কৰিবলৈ আহিছে।

[গৌতমী সহিতে শকুন্তলাক আগত লৈ ঋষিসকলৰ প্ৰৱেশ। তেওঁলোকৰ আগত পুৰোহিত আৰু কঞ্চুকী।]

কঞ্চুকী— এইফালে, এইফালে প্ৰভুসকল!

শাৰ্ঙ্গৰৱ— শাৰদ্বত!

আহা! মহাভাগ নৰপতিয়ে ধৰ্ম্মমৰ্য্যাদা অকনো এৰা
নাই। যেই কোনো বৰ্ণৰ অপকৃষ্ট লোকেও কেতিয়াও
বিপথে নেযায়। তথাপি মোৰ মনত, সদায় নিৰ্জ্জনত
থকা অভ্যাসৰ বাবে, এই জনাকীৰ্ণ ৰাজপুৰাখন অগ্নিপূৰ্ণ
গৃহৰ দৰে লাগিছে। ১০

শাৰদ্বত— বুজিছোঁ, তোমাৰ ৰাজপুৰীলৈ প্ৰথম অহা বাবে এনেকুৱা লাগিছে। মযো—

নিজক স্নান কৰা, শুচি, স্বাধীন আৰু জাগৰিত

যেন বোধ কাৰছোঁ ; ইহঁতৰ নামুহবোৰক কিন্তু গোটেই গাত তেজঘঁহা, অশুচি, বদ্ধ, নিদ্ৰিত আৰু সুখাসক্ত যেন দেখিছোঁ। ১১

শকুন্তলা—( চকু লৰা ভাও দেখুৱাই। আই ! মোৰ সোঁ চকুটো লৰিছে কিয় ?

গৌতমী আই ! অমঙ্গল নাশ হওক। তোমাৰ স্বামীৰ কুল-দেৱতা সকলে মঙ্গল বিধান কৰক। ( ৰৈ থাকে।

পুৰোহিত --( ৰজাক দেখুৱাই) হে তপস্বীগণ ! এয়া তেখেত চাৰি বৰ্ণ পৰিপালক আগতে আসন এৰি আপোনা-লোকলৈ অপেক্ষা কৰি ৰৈ আছে। দৰ্শন কৰক .

শাৰ্ঙ্গৰৱ—হে মহা ব্ৰাহ্মণ ! এনে বিনয় অৱশ্যে অভিনন্দনীয়। পিছে আমি এই বিষয়ত মধ্যস্থজনহে।

গুটি লাগিলে গছ নম্ৰ হয়, নতুন পানী পালে মেঘ বহল হৈ ওলমে, সমৃদ্ধিৰ দ্বাৰা সৎপুৰুষ উদ্ধত নহয়, পৰোপকাৰী সকলৰ এইবোৰ স্বভাৱেই ১২

প্ৰতীহাৰী—স্বৰ্গদেৱ, মুখৰ বৰণ প্ৰসন্ন দেখা গৈছে। অনুমান হয় ঋষি সকল সৎ কাৰ্য্যত আহিছে।

ৰজা—(শকুন্তলাক দেখি) এই গৰাকী ?

ওৰণী লোৱা, অনতি-পৰিস্ফুত-শৰীৰ লাৱণ্যা, পকা পাতৰ মাজত কুঁহি পাতৰ দৰে, ঋষিসকলৰ মধ্যত এওঁ কোন ? ১৩

প্ৰতীহাৰী— স্বৰ্গদেৱ, মোৰো কৌতূহল হৈছে, কিন্তু একো

ধৰিব পৰা নাই। তেওঁখেতৰ গাৰ গঢ়টি হলে চাব-
লগীয়া।

ৰজা। হয়। পৰৰ স্ত্ৰী চাব নেপায়।

শকুন্তলা—(বুকুত হাত দি, নিজে নিজে) হৃদয় এনেকৈ কিয় কঁপিছ? আৰ্য্য পুত্ৰৰ ভাৱ বুজিব লাগে, ধীৰ হ।

পুৰোহিত—(আগবাঢ়ি গৈ) ঋষি সকলক বিধিমতে পৰিচৰ্য্যা কৰা হ'ল। তেওঁলোকসকলৰ গুৰুজনৰ কিবা সংবাদ আছে, স্বৰ্গদেৱে শুনক।

ৰজা। বাৰু শুনো।

ঋষিদ্বয়—(হাত দাঙি) মহাৰাজৰ জয় হওক।

ৰজা—সকলোকে অভিবাদন জনাইছোঁ।

ঋষিদ্বয়—মনোবাঞ্ছা পূৰ্ণ হওক।

ৰজা—মুনি সকলৰ তপস্যা নিৰ্বিঘ্নে সমাপন হৈছেনে?

ঋষিদ্বয়—আপুনি ৰক্ষাকৰ্ত্তা থাকোঁতে ধৰ্ম্মক্ৰিয়াত বিঘিনি কেনেকৈ হব? সূৰ্য্যই দীপ্তি দি থাকোঁতে অন্ধকাৰ কেনেকৈ পশিব? ১৪

ৰজা—তেন্তে মোৰ ৰজা শব্দ অৰ্থসূচক হৈছে। লোকহিতাৰ্থে ভগৱান কাশ্যপ কুশলে আছে?

ঋষিদ্বয়—সিদ্ধমন্ত্ৰ লোক নিজ ইচ্ছামতে কুশলে থাকে। কুশল বাতৰিৰ পাছত তেখেতে আপোনাক এইদৰে কবলৈ কৈছে—

ৰজা—কি আদেশ দিছে ভগৱানে?

শাৰ্ঙ্গৰৱ—"পৰস্পৰ অনুৰাগী হৈ গান্ধৰ্ব্ব বিধিমতে আপুনি মোৰ এই ভগ্নীক বিবাহ কৰিলে। আনন্দ মনে মই দুয়োকো সম্মতি দিলোঁ। কাৰণ—

আপুনি পূজনীয় গণৰ ভিতৰত শ্ৰেষ্ঠ বুলি গণ্য আৰু শকুন্তলা সৎক্ৰিয়াৰ প্ৰতিমূৰ্ত্তি। এই সমান গুণৰ বৰকন্যা দুটিৰ মিলনত বিধতা, তেওঁৰ চিৰ-কলীয়া নিন্দাৰ, ভাগী হোৱা নাই। ১৫

সেইদেখি সমধৰ্ম্ম আচৰণ কৰিবৰ অৰ্থে আপন্নসত্বা শকুন্তলাক গ্ৰহন কৰক"।

গৌতমী—আৰ্য্য! ময়ো একেষাৰ কওঁ বুলিছোঁ, কবলৈহে চল পোৱা নাই। কি হ'ল চক—

এইয়ো গুৰুজনক নেমানিলে আৰু আপুনিও তাইৰ আত্মীয় স্বজনক নুসুধিলে। এইদৰে দুয়ো আচৰণ কৰিলে মইনো আৰু কাৰ হকে কি কম? ১৬

শকুন্তলা—( নিজে নিজে ) আৰ্যা পুত্ৰই বা কি কয়।

ৰজা—ই কি সাধু কথা!

শকুন্তলা—(নিজে নিজে) বচন যেন জুইহে!

শাৰ্ঙ্গৰৱ—ই কি কথা! লোকব্যৱহাৰত আপোনালোকহে বেচি অভিজ্ঞ। সতী হলেও বিবাহিতা স্ত্ৰী সদায় বাপেকৰ ঘৰত থাকিলে, লোকে প্ৰকাৰান্তৰে সন্দেহ কৰে। সেইদেখি কন্যাৰ বন্ধুজনে অপ্ৰিয় হলেও কন্যা বিবাহিত স্বামীৰ লগত থকাহে বাঞ্ছা কৰে। ১৭

ৰজা  মই কি আগতে এওঁক বিয়া কৰিছিলোঁ ?

শকুন্তলা (বিষাদ মনে নিজে নিজে) হৃদয় ! তোৰ আশঙ্কা এতিয়া ফলিয়ালে !

শাৰ্ঙ্গৰৱ—স্বেচ্ছায় কৰা কাম এতিয়া আহৈ মাতি ধৰ্ম্মৰ প্ৰতি বিমুখ হোৱা ৰজাৰ উচিত জানো ?

ৰজা—এনে অসৎ কল্পনা প্ৰশ্ন উঠে কেনেকৈ ?

শাৰ্ঙ্গৰৱ ঐশ্বৰ্য্য মত্ত লোকৰ প্ৰায়েই এনে চিত্তবিকৃতি হয়। ১৮

ৰজা বিশেষভাৱে মোক দোষাৰোপ কৰা হৈছে !

গৌতমী পাছত, ক্ষন্তেক লাজ নকৰিবাচোন ওৰণিখন গুচাই দিওঁ। তেহে তোমাৰ স্বামীয়ে তোমাক চিনি পাব।

(কোৱা মতে কৰে)

ৰজা—(শকুন্তলাক চায়, নিজে নিজে)

আগত আহি দেখা দিয়া এই অম্লান শোভা ৰূপ আগতে মই ভাৰ্য্যা ৰূপে গ্ৰহন কৰিছিলোনে নাই পৰ্য্যালোচনা কৰি, পুৱাৰ কুঁৱলীৰ আবৰণত কুন্দফুলত ভোমোৰাৰ হোৱাদি, মই এতিয়া উপভোগ কৰিবও নোৱাৰোঁ আৰু পৰিহাৰ কৰিবও নোৱাৰা হৈছোঁ। ১৯

(মনতে বিচাৰ কৰি বৈ থাকে)

প্ৰতীহাৰী—আহা ! কি ধৰ্ম্মপৰায়ণ প্ৰভু ! এনেয়ে আহি আগত পৰা এই ৰূপ দেখি আনে কি বিচাৰ কৰিলেহেঁতেন !

শাঙ্গ'ৰৱ—হে ৰাজন্! কিয় মৌনতা অৱলম্বন কৰিলে?

ৰজা—হে তপোধন সকল! ভাবি-চিন্তিও এওঁক মই বিয়া কৰোৱা কথা মনত পেলাব পৰা নাই। তেনেস্থলত নিজক ক্ষেত্ৰী সন্দেহ কৰি কেনেকৈ মই, গৰ্ভাৱতী লক্ষণ পৰিস্ফুট হোৱা এওঁক, নিজৰ বুলি লওঁ?

শকুন্তলা—(আনে শুনাকৈ লাহে লাহে) আৰ্য্যপুত্ৰৰ বিবাহতে সন্দেহ। ৰাণী হৈ ঐশ্বৰ্য্য সুখ সম্ভোগেৰে কাল কটাম বুলি কৰা মোৰ আশা আক এতিয়া ক'ত?

শাঙ্গ'ৰৱ—তেনেকে নকৰ।

প্ৰলোভনাদিৰ দ্বাৰা মুনি তনয়াক সম্ভোগ কৰাৰ পাচত, যিজন ঋষিয়ে দয়াপৰবশ হৈ তাক অনুমোদন কৰিলে, সেইজন ঋষিক অৱমাননা কৰা আপোনাৰ উচিত জানো? নিজৰ চুৰকৰা ধন পুনৰাই গ্ৰহন কৰাই, চোৰক যেন দানৰ পাত্ৰ পাতিছে ২০

শাৰদ্বত—শাঙ্গ'ৰৱ! তুমি ৰ'বা। শকুন্তলা! আমাৰ কব লগা কোৱা হল তেখেতে তেনেকে কলে। তোমাৰ এতিয়া প্ৰত্যয় যোৱা কি উত্তৰ আছে দিয়া।

শকুন্তলা—(একলীয়াকৈ লাহে লাহে) তেনেকুৱা ভালপোৱাৰ এনে দশা হলে সোঁৱৰাই বা কি হব? নিজক এতিয়া ৰচাব লাগিব দেখি কব লাগিব। (প্ৰকাশ কৰি) আৰ্য্য পুত্ৰ ...... (আধা কৈ) বিবাহতে যেতিয়া সন্দেহ এই সম্বোধন উচিত নহয়। হে পৌৰৱ! আগতে আ...

মত হৈ, সেইদৰে স্বভাৱ-সৰল-হৃদয় জনক প্ৰতিজ্ঞা-কৰি থগি, এনেকুৱা কথাৰে এতিয়া প্ৰত্যাখ্যান কৰা আপোনাৰ উচিত জানো ?

ৰজা—পাপ দূৰ হক।

পাৰভঙ্গা নদীয়ে নিজৰ নিৰ্মল পানী আৰু পাৰৰ গছ নষ্ট কৰাদি তুমি নিজৰ কুল কলঙ্কিত কৰি কিয় এইজনকো পাতকী কৰিবলৈ আহিছা ? ২১

শকুন্তলা—বাৰু, প্ৰকৃততে যদি পৰৰ স্ত্ৰী বুলি শঙ্কা কৰি এইদৰে ভাবিছে তেনে অভিজ্ঞান দেখুৱায় আপোনাৰ আশঙ্কা দূৰ কৰিম।

ৰজা—প্ৰশস্ত উপায়।

শকুন্তলা—(আঙুঠি থোৱা ঠাই বিচাৰি) হায়, ধিক্ ধিক্! মোৰ আঙুলিত আঙুঠিটো নাই! (বিষাদেৰে সৈতে গৌতমীলৈ চায়)

গৌ—তেনে নিশ্চয় সেৱা কৰোঁতে শক্ৰাৱতাৰ পাৰত শচীতীৰ্থৰ পানীত পৰিল।

ৰজা—(মিচিকিয়াই হাঁহি) তিৰুতাবিলাক যে প্ৰত্যুৎপন্নমতি বুলি কয় ই সেয়া!

শকুন্তলা—বিধাতাই এইবাৰ আপোনাৰ প্ৰভুত্ব দেখুৱালে। আৰু এটা কওঁ।

ৰজা—তেনে শুনো কথা শুনিবলগীয়া।

শকুন্তলা—এদিনাখন নবমালিকা মণ্ডপত আপুনি হাতত পদুম-পাতৰ ঠোলা এটাত পানী লৈ আছিল ;

ৰজা—বাক তাৰ পাচত শুনো

শকুন্তলা—ঠিক সেই সময়তে দীৰ্ঘাপাঙ্গ নামেৰে, মই তোলা পহুপোৱালীটো ওলালহি। প্ৰথমেই খাব বুলি ভাবি আপুনি তাক পানী দেখুৱায় মৰম ক'ৰ মাতিলে। সি কিন্তু অপৰিচিত হেতুকে আপোনাৰ হাতৰ ওচৰ নেচাপিল। তাৰ পাচত সেই পানীৰ ঠোলাটোকে মই ধৰিলত সি খালেহি আপুনি তেতিয়া এইদৰে হাঁহিলে —সকলোৱে স্বজনকহে বিশ্বাস কৰে, ইয়াত তোমালোক দুয়ো বনবীয়া।

ৰজা—এইদৰেই আদি কালৰ পৰা নিজ কাৰ্য্য সাধন কৰিব খোজা স্ত্ৰীলোকৰ মৌসনা মিছা কথাত বিষয়ীসকল ভোল যায়।

গৌতমী—হে মহাভাগ! আপোনাৰ এনে মন্তব্য কৰা অনুচিত। তপোবনত ডাঙৰ দীঘল হোৱা এই ছোৱালীজনী মিছা কোৱাৰ অনভিজ্ঞা।

ৰজা—বৃদ্ধা তাপসি! ইতৰ প্ৰাণীৰ ভিতৰতো বিনা শিক্ষাই স্ত্ৰী জাতিৰ স্বভাৱপটুতা দেখা যায়। বিবিলাক বুদ্ধি-শক্তিশালী সেইবিলাকৰতো কথাই নাই। মাইকী কুলি চৰাইয়ে, নিজৰ পোৱালি উৰণীয়া হোৱালৈকে লোকৰ হতুৱাই তোলে। ২২

শকুন্তলা— ( খং কৰি ) অনাৰ্য্য ! নিজৰ হৃদয়ৰ অনুমানেৰে আনক দেখিছে ! তৃণেৰে ঢকা কূপৰ দৰে, ধৰ্ম্মৰ ঢাকনিৰে ঢকা লোকক কোনে অনুকৰণ কৰিব ?

ৰজা — ( নিজে নিজে ) লোক এৰুৱা সন্দিগ্ধ বুদ্ধি কৰা এওঁৰ খং অকৃত্ৰিম যেন লাগিছে। সেইৰে এওঁৰ —

গোপন প্ৰণয় পাহৰি মই দাৰুণ ভাবে আসে
মাতিছো বুলি মোৰ ওপৰত তেওঁৰ অভিশাপত খং উঠি,
ৰঙা চকুৰ চেলাউৰি দুটি ভাগি যেন মদনৰ ধনুখনিহে
ভাঙিছে ! ২৩

পুৰোহিত — ভদ্ৰে ! দুষ্মন্তৰ কাৰ্য্য সৰ্ব্বজন বিদিত। তথাপি এই কথা আমি শুনা নাই।

শকুন্তলা — পুৰুবংশ প্ৰত্যয় কৰি মুখত মৌ হৃদয়ত হলাহল থকা এই লোকজনৰ হাতত পৰি এতিয়া মই সঁচাই স্বেচ্ছাচাৰিণী হলোঁ।

( কাপোৰৰ আঁচলেৰে মুখ ঢাকি কান্দে )

শাৰ্ঙ্গৰৱ— নিজে কৰা চঞ্চল কাৰ্য্যৰ পৰিণামে এইদৰেই দগ্ধ কৰে।

এই কাৰণে গোপন প্ৰণয় বিশেষকৈ পৰীক্ষা
কৰি কৰিব লাগে, অজ্ঞাত হৃদয়ৰ সৌহাৰ্দ্য এই
দৰে বৈৰী হয়। ২৪

ৰজা— হেৰি, কেৱল তেওঁৰ কথাতে প্ৰত্যয় গৈ আমাক কিয় দোষ দিয়া কথাৰে কদৰ্থনা কৰিছে ?

শাৰ্ঙ্গৰৱ— ( খঙত অসহ্যভাৱে ) আপোনালোকে জঘন্য উত্তৰ শুনিলেইক ।

যি জন্মৰ পৰাই শঠতা কি জনা নাই তাৰ বচন হলে অপ্ৰমাণ আৰু যিবিলাকে পৰক প্ৰবঞ্চনা কৰাকে বিদ্যা বুলি শিকে সেইবিলাকৰ কথা হলে বিশ্বাসযোগ্য । ২৫

ৰজা— হেৰি সত্যবাদি ! ভয় কৰিবা আমি পৰক প্ৰবঞ্চনা কৰাকে বিদ্যা বুলি শিকোঁ, পাছে এওঁক প্ৰবঞ্চনা ক'ৰ আমাৰ কি লাভ ?

শাৰ্ঙ্গৰৱ— বিনাশ !

ৰজা— পৌৰৱ কুলৰ লোকে বিনাশ বিচাৰে এনে কথা শ্ৰদ্ধাৰ অযোগ্য ।

শাৰদ্বত— শাৰ্ঙ্গৰৱ । উত্তৰ কাৰ কি লাভ ? গুৰুৰ আদেশ পালন কৰা হ'ল আমালোক প্ৰত্যাবৰ্ত্তন কৰোঁইক । ( ৰজাৰ প্ৰতি )

এওঁ আপোনাৰ স্ত্ৰী, এৰকেই বা ৰাখকেই ।
ভাৰ্য্যাৰ ওপৰত স্বামীৰ সৰ্ব্বতোভাৱে অধিকাৰ । ২৬

গৌতমি ! ব'লা আগহোৱাঁ ।

( কেউজন যায় )

শকুন্তলা— কিয়, এই শঠজনে মোক ঠগিছে ; তোমালোকেও মোক পৰিত্যাগ কৰিবানে ? ( পাছে পাছে যায় )

গৌতমী— ( ৰৈ ) বৎস শাৰ্ঙ্গৰৱ ! এইজনী শকুন্তলা করুণ

ঝিনঝিনে আমাৰ পাচে পাচে আহিছে। নিদাৰুণ ভাৱে ত্যাগ কৰা স্বামীৰ ওচৰত থাকি মোৰ আয়ে কি কৰিব ?

শাৰ্ঙ্গৰৱ— ( খঙেৰে উলটি চায় ) দুশ্চৰিত্ৰা ! স্বেচ্ছাই গতি কৰিবিনেকি ?

শকুন্তলা— ( ভয়ত কঁপে )

শাৰ্ঙ্গৰৱ— শকুন্তলা !

ৰজাই যেনেকৈ কৈছে তেনেকৈ যদি তুমি হোৱা, কুলত্যাগী তোমাৰ লগত পিতাৰাৰ কি সম্বন্ধ আছে ? তোমাৰ চৰিত্ৰ যদি তুমি নিষ্কলঙ্ক বুলি জানা পতিকুলত তোমাৰ দাসী বৃত্তিও ভাল। ২৭

তুমি থাকা, আমি যাওঁহঁক।

ৰজা— হে তপস্বী ! এওঁক কিয় ফাঁকি দিছে ?

চন্দ্ৰই কেৱল কুমুদিনীক আৰু সূৰ্য্যই পদ্মক হে জানে। জিতেন্দ্ৰিয় সকলৰ স্বভাৱ পৰস্ত্ৰী গ্ৰহণৰ বিৰোধী। ২৮

শাৰ্ঙ্গৰৱ— হয়তো যদি আপুনি আন বিষয়ত লাগি পূৰ্ব্বকৃত-কাৰ্য্য বিস্মৃত হৈছে তেন্তে অধৰ্ম্ম হ'ব বুলি ভয় কৰিছে কিয় ?

ৰজা— ( পুৰোহিতক ) আপোনাক সুধিছোঁ এই উভয় অধৰ্ম্মৰ ভিতৰত কোনটো গুৰু কোনটো লঘু ? ময়ে পাহৰি মূঢ়ঃ হৈছোঁ নে এওঁ মিছা কৈছে, এনে সংশয়ত

মই দাৰত্যাগী হ'ম নে পৰৰ স্ত্ৰী গ্ৰহণ কৰি পাতকী হ'ম ? ২৯

পুৰোহিত— ( মনতে বিচাৰ ক'ৰ ) যদি সিয়ে হয় তেনে এইদৰে হওক—

ৰজা— দিয়ক কি উপদেশ ।

পুৰোহিত— প্ৰসৱ নহয় মানে এওঁ মোৰ ঘৰত থাকক । কিয় কৈছোঁ কাৰণ, আপোনাক সাধুসকলে কৈছিল প্ৰথমেই আপোনাৰ চক্ৰবৰ্ত্তী পুত্ৰ জন্ম হ'ব । যদি মুনি তনয়াৰ তেনে লক্ষণৰ পুত্ৰ হয় তেতিয়া হ'লে তেওঁক অভিনন্দন কৰি অন্তঃপুৰত প্ৰবেশ কৰাব, বিপৰিতে পিতাকৰ ঘৰত নৈ অকাতো নিশ্চিত কৈয়ে আছে

ৰজা— গুৰুৱে যি ভাল দেখে ।

পুৰোহিত— বৎসে ! মোৰ লগত আহাঁ ।

শকুন্তলা— হে ভগৱতি বসুমতি ! মোক ঠাঁই দিয়া ।

( কান্দি কান্দি যায় । পুৰোহিত আৰু তপস্বী সকলৰ সৈতে প্ৰস্থান ।

ৰজা— ( শাপত স্মৃতিভ্ৰষ্ট হৈ শকুন্তলাৰ বিষয়কে ভাবি থাকে )

( নেপথ্যত )— আশ্চৰ্য্য !! আশ্চৰ্য্য !!

ৰজা— ( কান দি ) কি হ'ল ?

পুৰোহিত— ( প্ৰবেশ হৈ )— ( বিস্ময় ভাবে ) স্বৰ্গদেৱ ! অদ্ভুত ঘটনা !

ৰজা— কি বো ?

পুৰোহিত— স্বৰ্গদেৱ! কণ্ৱশিষ্যসকল উভতি গ'লত— সেই চোৱালী জনীয়ে নিজৰ ভাগ্যক দোষি হাত এচাৰি এচাৰি কান্দিবলৈ ধৰিলে।

ৰজা— তাৰ পাচত ?

পুৰোহিত— তেনেতে স্ত্ৰীৰ আকৃতিৰ এক জ্যোতিয়ে আলাসতে তেওঁক তুলি লৈ গঙ্গাৰ অপ্সৰতীৰ্থৰ ফালে গুচি গ'ল। ৩০

( সকলো বিস্ময় হয় )

ৰজা— ভগৱান! আমি আগেয়েই তেওঁক অস্বীকাৰ কৰিছোঁ। এতিয়া বৃথাই তৰ্ক কৰি কি লাভ? বিশ্ৰাম কৰকগৈ যক।

পুৰোহিত— ( ৰজাক চায় ) জয় হওক। ( প্ৰস্থান )

ৰজা— বেত্ৰৱতি! মই ক্লান্ত হৈছোঁ। শয়ন গৃহৰ বাট দেখুৱা।

প্ৰতীহাৰী— এইফালে, এইফালে, স্বৰ্গদেৱ। ( আগবাঢ়ি যায় )

ৰজা— বিয়া কৰোৱা মনত নপৰাত মুনি তনয়াক প্ৰত্যাখ্যান কৰিলোঁ। তথাপি বৰকৈ দুখ লগাত মোৰ হৃদয়ে যেন প্ৰত্যয় যাব খোজে।

( সকলোৰে প্ৰস্থান )

——:※:——

# প্ৰবেশক



[ নগৰ ৰক্ষক ৰজাৰ জেঠৈবায়েকৰ প্ৰবেশ— পাচত
হাত বন্ধা মানুহ এটাক লৈ আৰু দুজন ৰক্ষক আছে

দুই ৰক্ষক — ( কোবাই ) কটা চোৰ ! বাখৰত নাম লিখা
এই ৰজাৰ আঙঠিটো ক'ত পালি, ক ?

মানুহটো — ( ভয় খায় ) প্ৰসন্ন হওক প্ৰভুসকল । মই তেনে
কাম কৰা মানুহ নহওঁ ।

১ম ৰক্ষক — তেনে তোক সদাচাৰ ব্ৰাহ্মণ বুলি ৰজাই দান
দিলেনেকি ?

মানুহটো - শুনক বাৰু । মই শক্ৰাৱতাৰ গাৱঁৰ ধীবৰ ।

২য় ৰক্ষক -- চোৰ , আমি তোৰ জাতৰ কথা সুধিছোঁনেকি ?

শ্যাল — সূচক, তাক অনুক্ৰমে কবলৈ দিয়া, মাজত বাধা
নিদিবা ।

দুয়ো— ডাঙৰীয়াই যি আজ্ঞা দিছে । ক ।

মানুহটো— মই জাল-বৰশী মাৰি মাছ ধৰি ল'ৰা-তিৰোতা
পোহোঁ ।

শ্যাল— ( হাঁহি ) বৰ বিশুদ্ধ জীৱিকা !

মানুহটো— ডাঙৰীয়া, ওপজাতে পৰা যাৰ যিটো জাতি অহা
কৰ্ম্ম, সি গৰ্হিত হলেও, তাক এৰিব নেপায় । কাৰণ

বেদ জনা বাপুসকলৰ মন দয়াৰে কোমল হলেও বলি-
দিয়া-পশু বধ কৰাত ভেত্ৰলোক বৰ নিদাৰুণ। ১

শ্যাল— তাৰ পাচত, তাৰ পাচত ?

মাসুহটো— এদিনাখন মই এটা বৌ মাছ ডোখৰ ডোখৰকৈ কাটিছিলোঁ, কাটোতেই তাৰ পেটত বাখৰবে জিক্‌-মিকাই থকা এই আঙঠিটো পালোঁ। পাচে তাকে বেচিবলৈ বুলি দেখুৱাওতে প্ৰভুসকলে মোক ধৰি আনিছে। মাৰকেই বা এৰকেই এইটোৱেই তাৰ আগৰ বৃত্তান্ত।

শ্যাল— জাসুক, এই শুঁই খোৱা কেচা মঙহ গোন্ধোৱাটো নিশ্চয় মৎসজীৱি হয়। ইয়াৰ আঙঠি পোৱাৰ কথাকে বিচাৰ কৰিব লাগে। ৰজাৰ ওচৰলৈকে যাওঁ।

দুই ৰক্ষক— ভাল।

শ্যাল— ব'ল এই জেপলুকখা।

( সকলোৱে অলপ যায় )

শ্যাল— সূচক, সাৱধানে ইয়াক এই পুৰ দ্বাৰতে ৰাখি থাকা। আঙঠি কেনেকৈ পালে ৰজাক জনাই মই দণ্ড-বিধাৰ লৈ আহোঁ।

দুই ৰক্ষক— যাওক ডাঙৰীয়া, স্বৰ্গদেৱৰ পুৰস্কাৰৰ কাৰণে।

( শ্যালৰ প্ৰস্থান )

১ম ৰক্ষক— জাসুক, ডাঙৰীয়াই ৰেখোন দেৰি কৰিছে !

২য় ৰক্ষক— ৰজাৰ লগত দেখা চল পালেহে পাৰিব।

১ম ৰক্ষক — জালুক, মোৰ হাত্ত ভুখন হলে নাচি আছে
ইয়াৰ বধ্যমালা পিন্ধিবলৈ। ( মাছুহটোক টোৱাই
দেখুৱায় )

মাছুহটো — অকাৰণত নৰবধী হৰ নেপায়, দেৱ!

২য় ৰক্ষক — ( চায় ) সোৱা আমাৰ গৰাকী, হাতত ৰাজ-
দণ্ড-পত্ৰ লৈ এই ফাললৈকে আহিছে। তই এতিয়া
শগুণৰ ভোজ হবি, নহলে কুকুৰৰ মুখ দেখিবি।

শ্যাল— [ প্ৰবেশ হৈ ]
সূচক, জালোৱাটোক এৰি দিয়া। তাৰ আঙঠি
পোৱা বৃত্তান্ত সত্তৱপৰ।

সূচক— ভাল, ডাঙৰীয়াই যি কৈছে।

২য় ৰক্ষক— ই যমৰ ঘৰ সোমাই ঘুৰি আহিল।
( মাছুহটোৰ বান্ধ মোকোলাই দিয়ে )

মাছুহটো— ( শ্যালক প্ৰণাম কৰি ) মোৰ পিচে জীবিকা
কেনেকৈ হব প্ৰভু!

শ্যাল— এয়া স্বৰ্গদেৱে আঙঠিৰ মূল্যৰ সমান পুৰস্কাৰ দিছে।
( মাছুহটোক ধন দিয়ে )

মাছুহটো— ( প্ৰণাম কৰি গ্ৰহণ কৰি ) প্ৰভুৱে মোক বৰ
অনুগ্ৰহ কৰিলে।

সূচক— অনুগ্ৰহতো, কিয়নো শুলৰ পৰা নমাই তোক হাতীৰ
পিঠিত তুলিলে।

জালুক— ডাঙৰীয়া! পুৰস্কাৰে কয়, সেই আঙঠিটো বৰ্জাৰ

বৰ আদৰৰে বস্ত্ৰ হব লাগিব।

শ্যাল— তাত পকা বহুমূলীয়া বস্ত্ৰ বোৰৰ বাবে ৰজাৰ আদৰ হৈছে বুলি মই নাভাবোঁ। তাকে দেখি ৰজাৰ কোনো মৰমৰ মানুহলৈ মনত পৰিল। প্ৰকৃতি গম্ভীৰ যদিও ক্ষন্তেক মান ৰজাৰ চকুৰ পানী বৈছিল।

সূচক— উপকাৰহে কৰিলে ডাঙৰীয়াই।

জানুক — এই ধীবৰবাজে বুলিও কোৱা।

( মানুহটোক হিংসাৰ চকুৰে চায় )

মানুহটো— প্ৰভু সকল! ইয়াৰ আধা আপোনালোকৰ পূজাৰ ফুলৰ মূল্য হওক।

জানুক— ঠিক কৈছ।

শ্যাল — ধীবৰ, তই এতিয়া মোৰ মহৎ বন্ধু হলি। আমাৰ প্ৰথম বন্ধুত্বৰ সাক্ষী সুৰাকে কৰিবৰ মন গৈছে; সেইদেখি সুৰাৰ দোকানলৈকে যাওঁহক ব'ল।

( সকলোৰে প্ৰস্থান )

——:❀:——

# ষষ্ঠ অঙ্ক।

[ তাৰ পাচত সানুমতী নামে অপ্সৰা আকাশ পথত প্ৰৱেশ কৰে ]

সানুমতী— সাধুসকলৰ স্নানৰ সময়ত মোৰ পালত মই যেমান পৰ অপ্সৰা তীৰ্থত থাকিব লাগে সিমান পৰ থকা হ'ল। এতিয়া মই ৰাজকুলৰ বৃত্তান্তকে নিজ চকুৰে চাই আহোঁ। মেনকাৰ সম্বন্ধত শকুন্তলা এতিয়া মোৰ দুহিতৃৰ দৰে হৈছে। তেওঁ মোক তাইৰ নিমিত্তে আগতে কৈ থৈছিল। (কেউফালে চাই) কি কাৰণতনো এই ৰাজপুৰীখন বসন্ত ঋতু উৎসৱতো নিৰুৎসৱ দেখা গৈছে। সকলো কথা মোৰ দেৱ-শক্তিৰ বলেৰে জানিবৰ সামৰ্থ্য আছে। কিন্তু সখীৰ অনুৰোধ মই ৰাখিব লাগিব। বাৰু তিৰস্কৰণী বিদ্যাৰে ফুলনিৰ মালিনীকজনীয়ে নেদেখাকৈ তাইহঁতৰ ওচৰতে থাকি তাইহঁতৰ পৰাই গম লওঁচোন।

( নামি বৈ থাকে )

[ তাৰ পাচত আমৰ মল চাই চাই এজনী মালিনীৰ প্ৰৱেশ পাচতে অন্য এজনী আহে

১মা মালিনী— হে ৰঙা-বগা-সেউজীয়া, বসন্তঋতুৰ জীৱন

স্বৰূপ মঙ্গল সূচক আমৰ মল ! তুমি দেখা দিলা।
তোমাক প্ৰণাম কৰোঁ।

২য়া মালিনী— পৰভৃতিকা, অকলে অকলে কি বকিছা ?

১মা মাঃ— মধুকৰিকা, আমৰ মল দেখি পৰভৃতিকা মত্তলীয়া হৈছে।

২য়া মাঃ— আনন্দৰে বেগাই ওচৰলৈ আহি ) কি, মধুমাহ পালেহিয়েই !

১মা মাঃ মধুকৰিকা, এতিয়া তোমাৰ বসন্ত বিহ্বিয়াই ফুৰাৰ দিন।

২য়া মাঃ— স'খ মোক ধৰাচোন, মই বেণ্ডামেলি আমৰ মল পাৰি কামদেৱক অৰ্চ্চনা কৰোঁ।

১মা মাঃ— বাক যদি অৰ্চ্চনকাৰ আধা মোৰো হয়।

২য়া মাঃ— তাক নকলেও হ'ব। কাৰণ আমাৰ দুয়োৰো প্ৰাণ একে, শৰীৰহে বেলেগ। ( সখীয়েকৰ গাত ভেজা দি আমৰ মল পাৰি ) আহা, সুকুলাকৈয়ে মলৰ কোঁহ ভাগি কেৰে সুগন্ধ ওলাইছে।

( হাতৰ আঁজাল কৰি )

হে আমৰ মল ! তোমাক মই অৰ্পণ কৰিছোঁ। ধনুধৰি থকা কামদেৱৰ পঞ্চশৰৰ তুমি সৰ্ব্বশ্ৰেষ্ঠ হোৱা ; প্ৰবাসী স্বামীৰ যুৱতী ভাৰ্য্যা তোমাৰ লক্ষ্য হওক। ৩

( আমৰ মল চাটিয়াৰি দিয়ে )

[ আঁৰ কাপোৰ থেলি খঙ্গেৰে প্ৰৱেশ কৰি ]

কঞ্চুকী— নিচিন্তিৰ অবোধ মালিনি! স্বৰ্গদেৱে বসন্তোৎসৱ বাৰণ কৰোতেও তই কিয় আমৰ মল চিঙ্গিছ ?

দুই মাঃ— ( ভয় খায় ) ক্ষমা কৰক আৰ্য্য , আমি নেজানো ।

কঞ্চুকী— কি তহঁতে শুনা নাই ? বসন্তৰ তৰু আৰু জাত পৰা চৰাইবোৰেও ৰজাৰ আদেশ মানিছে । চাচোন—

আমৰ মল কাচানিবাই ওলাল, তেও তাৰ কোঁহত ৰং ধৰা নাই, কুৰবক ফুলিবৰ হ'ল তথাপি সি কলিতে বৈ আছে । শীত গ'ল যদিও মটা কুলিৰ মাত গলত লাগি ধৰিছে । মদনেও কিজানি ভয় খায় টোনৰ শৰ আধা উলিয়াই আকৌ ভৰাই থৈছে । ৪

দুই মাঃ— কোনো সন্দেহ নাই, ৰাজৰ্ষিৰ মহাপ্ৰভাৱ । আজি কেইদিনমান হ'ল, ৰজাৰ জেঠেৰীয়েক মিত্ৰাবসুৱে আমাক ৰজাৰ ওচৰলৈ পঠাইছে আৰু ইয়াত প্ৰমদবন ৰখা কামত দিছে । আমি অলপতে অহাত এই বাতৰি শুনা নাই ।

কঞ্চুকী— হব পাৰে । আকৌ এনে কাম নকৰিবি ।

দুই মাঃ— আৰ্য্য, আমাৰ কৌতুহল হৈছে । আমাৰ নিচিনা জনে যদি শুনিব পায় তেনে কওকচোন কি নিমিত্তে নো ৰজাই বসন্তোৎসৱ বাৰণ কৰিছে ?

সানুমতী— মানুহবিলাক বৰ উৎসৱ প্ৰিয়, কিবা গুৰু কাৰণত হব লাগিব।

কঞ্চুকী— ই বঞ্চনা হৈ গ'ল, কিয় কব নোৱাৰি? কেলেই শকুন্তলাক ওভোতাই পঠোৱা লোকবাদটো গুইজৰ কাণত পৰা নাই?

দুই মাঃ— পৰিছে ৰজাৰ জেঠৈৰীয়েকৰ মুখে আঙঠি পোৱা-লৈকে।

কঞ্চুকী— তেনে আৰু অলপহে ক'ব লাগিব। ৰজাৰ যেতিয়া আঙঠিটো দেখি মনত পৰিল যে সঁচাকৈয়ে তেখেতে শকুন্তলাক সংগোপনে বিবাহ কৰিছিল, কেৱল মোহ-জালত পৰিহে ঘূৰাই পঠালে, তেতিয়াৰে পৰা ৰজাৰ অনুতাপ আহিছে। কিয়নো এতিয়া,

ৰজাৰ প্ৰীতিকৰ বস্তুত অৰুচি হৈছে, আগৰ দৰে দৈনিক ৰাজকাৰ্য্যত মন নিদিয়ে, শয্যা পাৰ্শ্বত বাগৰি থাকোঁতেই উজাগৰে ৰাতি পুৱাই। আৰু কওঁ নকওঁকৈ যেতিয়া আৱশ্যকীয় কথা অন্তঃপুৰৰ তিৰুতা সকলৰ লগত কয় তেতিয়া প্ৰায়েই মুখত নাম সলনি হৈ বৰ লাজত পৰে।

সানুমতী— বেচ পায়চোঁ।

কঞ্চুকী— এই প্ৰবল উদ্বেগৰ বাবে উৎসৱ বন্ধ হৈছে।

দুই মাঃ— উচিত হৈছে।

নেপথ্যত— আহক, আহক।

কঞ্চুকী — ( কান দি ) অ' স্বৰ্গদেৱ ইয়ালৈকে আহিছে। তইঁতে নিজৰ কাম কৰইক।

দুই মাঃ— ভাল। ( প্ৰস্থান )

[ তাৰ পাচত বিদূষক, প্ৰতীহাৰী আৰু অনুতপ্ত বেশেৰে ৰজাৰ প্ৰবেশ ]

কঞ্চুকী — ( ৰজালৈ চায় ) আহা, আকৃতি বিশেষ লোক সকলো অৱস্থাতে সুন্দৰ। এনেকুৱা উৎকণ্ঠিত অৱস্থাতো স্বৰ্গদেৱ প্ৰিয়দৰ্শন হৈয়ে আছে। কিয়নো,

তেখেতে মুকুতাদি বিশেষ আভৰণ পিন্ধিবলৈ এৰি দিছে, বাওঁহাতত মাত্ৰ এপাত সোণৰ খাৰু; সদায় হুমুনিয়াহ পেলায় থকাত ওঁঠ শুকাই গৈছে আৰু চিন্তাত উজাগৰে থকাত চকু উখহি পৰিছে। তথাপি সংস্কাৰাৰ্থে শানত দিয়া মহামণিৰ দৰে নিজ তেজোগুণত ক্ষীণাই গৈছে যদিও ক্ষীণ যেন নেদেখি। ৬

সানুমতী— ( ৰজাক দেখি ) প্ৰতাৰণাত অপমানিত হৈয়ো যে শকুন্তলাই এওঁৰ নিমিত্তে দুখ কৰি থাকে সঁচা-কৈয়ে কৰিব লগা।

ৰজা— ( চিন্তা মগ্ন হৈ মন্দ গতি কৰি ) প্ৰথমে সাৰঙ্গাক্ষী প্ৰিয়াই জগায় দিয়াতো এই হতহৃদয় শুই থাকিল, এতিয়া অনুতাপত দগ্ধ হবলৈ সাৰ পাইছে। ৭

সানুমতী— দুখিনীৰ কপালত দুখবোৰ আছে বহুত।

বিদূষক— ( আনে শুশুনাকৈ ) শকুন্তলা ব্যাধিয়ে এইটোক আকৌ পালে. নাজানো কেতিয়া চিকিৎসা হ'ব।

কঞ্চুকী – ( ওচৰলৈ গৈ ) স্বৰ্গদেৱৰ জয় হওক। মহাৰাজ, প্ৰমদ বনৰ ঠাইবিলাক দেখা হ'ল। ভাল লগা ঠাইত স্বৰ্গদেৱ ইচ্ছামতে বহকগৈ।

ৰজা— বেত্ৰৱতি, মোৰ বচন মন্ত্ৰী আৰ্য্যপিশুনক কোৱাগৈ মোৰ আজি শুই উঠা পলম কোৱাত বিচাৰৰ আসনত বহিব পৰা সম্ভৱ নহয়। যিবিলাক ৰাজ্যৰ কাম পৰ্য্যালোচনাৰ আৱশ্যক পত্ৰত লিখি পঠাব।

প্ৰতীহাৰী – স্বৰ্গদেৱৰ যি আজ্ঞা। ( প্ৰস্থান )

ৰজা— বাতায়ন, তুমিও নিজ কাৰ্য্যলৈ যোৱা।

কঞ্চুকী— স্বৰ্গদেৱৰ যি আদেশ। ( প্ৰস্থান )

বিদূষক— আপুনি মাখ এটাও নাইকিয়া কৰিলে। এতিয়া এই প্ৰমদ বনত শীতকালৰ বাদ কাটলিব এঠাইত বিনোদ কৰক।

ৰজা— বয়স্য, বিপদে ছিদ্ৰ পালেই যে মৰে বুলি কয় সি সঁচা। কিয়নো,

মুনি তনয়াৰ প্ৰণয় স্মৰণ নাশ কৰা মোহে মোৰ মনো মুকলি কৰি দিলে আৰু কন্দৰ্পয়ো মোক মাৰিবৰ উদ্দ্যোগে ধনুত, সখি, আমফুলৰ শৰ জুৰি ললে। ৮

বিদূষক— ক্ষন্তেক অপেক্ষা কৰক, মই এই টাঙোনেৰে কন্দৰ্পৰ শৰ নাশ কৰোঁ।

( লাখুটি দাঙি আমৰ মল টঙনিয়াৰ খোজে )

ৰজা — ( চাঁহি ) বাক হ'ল। ব্ৰাহ্মণৰ তেজ দেখিলোঁ। সখি, ক'ত ব'হলো প্ৰিয়াৰ কিঞ্চিৎ অনুকাৰিণী লতা চায় চকু জুৰাওঁ ?

বিদূষক — কিয় আপুনি নিজক পৰিচাৰিকা চতুৰিকাক আদেশ দিছিল নহয় যে মই এই বেলাতো মাধৱীলতা মণ্ডপত কটাম আৰু মোৰ নিজ হাতে আঁকা শকুন্তলা দেৱীৰ ছবিখন তালৈকে লৈ আহিবগৈ বুলি।

ৰজা — চিত্তবিনোদনৰ এনেকুৱাই উপায়। তালৈ তেন্তে তুমিয়েই বাট দেখুওৱা।

বিদূষক — এইফালে, এইফালে।

( দুয়ো অলপমান যায় )

সানুমতী — ( তেওঁলোকৰ পাচে পাচে যায় )

বিদূষক — এয়া মনিশিলা আসন সহিতে মাধৱী লতা মণ্ডপ, মনোহৰ উপহাৰ স্বৰূপ খোপাখোপ ফুলেৰে জকমকাই ঠিক যেন আমাকেই অভ্যাৰ্থনা কৰিছে। প্ৰবেশ কৰি আসন গ্ৰহণ কৰক।

( দুয়ো প্ৰবেশ কৰি বহে )

সানুমতী — লতাৰ আঁৰ লৈ সখীৰ অনুকাৰিণীটি চাই লওঁ। তাৰ পাচত তেওঁৰ স্বামীৰ বহুবিধ অনুৰাগৰ কথা তেওঁক ক'মগৈ।

( তাকে কৰি বৈ থাকে )

ৰজা— সখি, এতিয়া মোৰ সকলো কথা মনত পৰিছে। শকুন্তলাৰ প্ৰথম বৃত্তান্ত তোমাকো কৈছিলোঁ। তেওঁক প্ৰত্যাখ্যান কৰাৰ সময়ত, তুমি মোৰ ওচৰত নাছিলা। আগেয়েও কোনো সময়ত তুমি মোৰ আগত তেওঁৰ কথা তুলিওৱা নাই। তুমিও মোৰ দৰে, পাহৰি গৈছিলানেকি ?

বিদূষক— নাই পাহৰা। কিন্তু সকলো কথা কৈ শেষত আপুনি কলে নহয় যে সেইবোৰ ধেমালীৰ কথা, আচল কথা নহয়। মইয়ো বোকা বুদ্ধিৰে তাকে প্ৰত্যয় মানি ললোঁ। নাইবা হব লগীয়াটোৰ বল বেচি।

সানুমতী— অ' এনেকুৱা হ'ল !

ৰজা— (ধ্যান কৰি) সখি মোক ৰক্ষা কৰা !

বিদূষক— হেৰি, ইকি ! আপোনাৰ এনে অনুচিত। সৎ-পুৰুষ কদাপি শোকত অভিভূত নহয়। বৰ ধুমুহাতো পৰ্ব্বত নকঁপে।

ৰজা— বয়স্য, প্ৰত্যাখ্যান বিহ্বলতাত মোৰ প্ৰিয়াৰ অৱস্থাই মনত পৰি মই বৰ অস্থিৰ হৈছোঁ। তেওঁ

এই কাৰণে পৰা প্ৰত্যাখিত হৈ স্বজনৰ পাছে পাছে যাবলৈ ধৰোঁতে যেতিয়া আকৌ গুৰুসম গুৰু শিষ্যে থাক বুলি ডাবি থাকি দিলে, তেতিয়া তেওঁ অশ্ৰুপূৰ্ণ ছলচকুৰে মোৰ কাতৰিতীয়া ফালৈ বিষ দৃষ্টিৰে চালে,

সেই দৃষ্টিয়ে মোক এতিয়া বিষাদি শুলৰ দৰে বিন্ধিব লাগিছে। ৯

সানুমতী— আহ! স্বাৰ্থপৰতা এনেকুৱা যে এওঁৰ এই সন্তাপত মই বং পাইছোঁ।!

বিদূষক— হেৰি, মোৰ এটি সংশয় হৈছে। আকাশত কুৰা কোনোবা যাক আহি তেখেতক তাকি লৈ গল ?

ৰজা— পতিপৰায়ণাক স্পৰ্শ কৰিবলৈ আন কোনে সাহ কৰিব। শুনিছো বোলে মেনকা তেওঁৰ সখীয়েৰাৰ মাক। তেওঁৰ কোনো সহচৰীয়েহে হৰি নিছে বুলি মোৰ হৃদয়ত আশঙ্কা হয়।

সানুমতী— এওঁৰ পাহৰাতোহে বিস্ময় জনক, মনত পৰাটো আচৰিত নহয়।

বিদূষক— যদি এনে হয় কালত কেতিয়াবা তেখেতৰ লগত মিলন হব পাৰে।

ৰজা— কেনেকৈ ?

বিদূষক— পিতা-মাতাই স্বামী-বিৰহ-কাতৰা দুহিতৃক সদায় চায় থাকিব নোৱাৰে নহয়।

ৰজা— বয়স্য,

শকুন্তলাৰ লগত মোৰ সমাগম হৈছিল হয় সপোনত, নহয় মায়াত, নতুবা মতিভ্ৰমত। নহলে সিমান-মানিকেইহে মকা মোৰ পুণ্যৰ ফল সেইখিনিতে অন্ত হ'ল। সি অতীত হৈ গ'ল আক নাহে। মোৰ

আশা ইটোৰ পাচত মিটৌকৈ, নৈয়ে খহোৱা পাৰৰ দৰে লয় হব লাগিছে। ১০

বিদূষক— তেনেকৈ নক'ব কাৰণ এই আঙঠিটোৱেই তাৰ নিদর্শন। যি ঘটিব লাগে সি চিন্তা নকৰাকৈয়ে ঘটে।

ৰজা— (আঙঠিটোলৈ চাই) ইও সেই দুর্লভ ঠাইৰ পৰা খহি পুতো পাবলগীয়া হৈছে।

হেৰ আঙঠি! কৰ্ম্মফলৰ পৰা বুজিছোঁ পাৰি
মোৰ দৰে তোৰো পুণ্য টুটিলে, কিয়নো এই তেওঁৰ ৰঙা
নখৰ মনোৰম আঙুলিত ঠাই পায়ো খহি পৰিলি। ১১

সানুমতী— যদি আনৰ হাতলৈ প'লহেঁতেন তেতিয়া হলে সঁচাকৈয়ে শোচনীয় হলহেঁতেন।

বিদূষক— এই নাম লিখা আঙঠিটোনো কি উদ্দেশ্যে তেখেতৰ হাতত পিন্ধাই দিছিল?

সানুমতী— মোৰ খোৱা কৌতুহলেই এইবো হৈছে।

ৰজা— শুনা। নিজ নগৰলৈ আহিবলৈ ওলাওঁতে প্ৰিয়াই চকুলো টুকি সুধিলে, কিমান দিনৰ মূৰত আৰ্য্য-পুত্ৰই মোলৈ বাতৰি পঠিয়াব?

বিদূষক— তাৰ পাচত, তাৰ পাচত?

ৰজা— পাচে এই আঙঠিটো তেওঁৰ আঙুলিত পিন্ধাই দি ক'লোঁ।—

হে প্ৰিয়ে, দিনে এটি এটিকৈ মোৰ নামৰ
এই আখৰকিটি গণি থাকিবা। যি দিনাই অন্ত পৰিব

সেই দিনাই তোমাক অন্তঃপুৰলৈ নিবলৈ মোৰ মানুহ আহি তোমাৰ গুৰি পাব। ১২

পাচত কিবা মোহত পৰি দারুণাত্মা মোৰ দ্বাৰা সেই কাম কৰা নহ'ল।

সানুমতী— ভাল দিন দিছিল, বিধতাইহে বিপৰ্য্যয় ঘটালে!

বিদূষক— ধীবৰে কটা বৌ মাছটোৰ পেটলৈ আহিল কেনেকৈ?

ৰজা— সখীয়েৰাই সচীতীৰ্থত সেৱা কৰোঁতে হাতৰ পৰা গঙ্গাৰ সোঁতত সৰি পৰিল।

বিদূষক— হব লাগিব।

সানুমতী— এই কাৰণেই অধৰ্ম্ম হোৱাৰ ভয়ত ৰাজৰ্ষিৰ তপস্বিনী শকুন্তলাৰ পৰিণয়ত সন্দেহ হৈছিল। নহলে এনেকুৱা অনুৰাগৰ অভিজ্ঞান আৱশ্যক হব কেনেকৈ?

ৰজা— তেনে মই এই আঙঠিটোকে কৰ্ভৰ্ৎসনা কৰোঁচোন।

বিদূষক— (নিজে নিজে) এইপাচতে উন্মাদৰ পন্থাহে ললে।

ৰজা— কিয় তই সেই গুৱনী কোমল আঙুলীৰ হাত এৰি পানীৰ তলতৈ গলি? অথবা অচেতনে গুণ নেজানে। নহলে মই বা কিয় প্ৰিয়াক প্ৰত্যাখ্যান কৰিলোঁ-হেঁতেন! ১৩

বিদূষক— (নিজে নিজে) তোকে যেন মোক খাই পেলাব।

ৰজা— হে অকাৰণ-পৰিত্যক্তা প্ৰিয়ে! এই অভিশপ্ত অনুতাপক পুনৰ দেখা দি কৃপা কৰা।

ৰৰকৈ কোমল কুঁহিপাত যেন। আম্রকোপাৰ কাষত অলপ যেন ভাগৰি বৈ থকাকৈ যি গৰাকীক আঁকা হৈছে সেই গৰাকীয়েই শকুন্তলা, বাকী দুগৰাকী সখী।

ৰজা— তুমি নিপুণ। ইয়াত মোৰ সাত্ত্বিক ভাৱৰ চিন আছে।

ছবিখনৰ দাঁতি মোৰ ঘমা আঙুলিৰ সাঁচ লাগি মলিন হৈছে আৰু গালত পৰা মোৰ চকুৰ পানী বিয়পি ওলাইছে। ১৫

চতুৰিকে, বিনোদ স্থান তোমাৰ আধা আঁকা হ'ল। যাচোন ছবি আঁকা তুলিটো লৈ আহগৈ।

চতুৰিকা— আৰ্য মাধব্য, মই আহোঁমানে ছবিখন ধৰি থক।

ৰজা— মইহে ধৰোঁ। ( তেনে কৰে )

( পৰিচাৰিকাৰ প্ৰস্থান )

ৰজা— আগতে প্ৰিয়া সাক্ষাৎ আহোঁতে প্ৰত্যাখ্যান কৰি এতিয়া ছবিতে তেওঁক বহুমান কৰিছোঁ। বাটত প্ৰবল পানীৰ সুঁতি এৰি আহি, সখি, এতিয়া মই মৰীচিকাত আসক্ত হৈছোঁ। ১৬

বিদূষক— ( নিজে নিজে ) এওঁ নদী এৰি মৰীচিকাত আসক্ত হৈছে হয়। ( প্ৰকাশ্য কৰি ) হেৰি, আৰুনো ইয়াত কি আঁকিব বাকী থাকিল ?

সানুমতী— যি যি ঠাই মোৰ সখীৰ প্ৰিয় আছিল সেই সেই ঠাইকে বোধহয় আঁকিব খুজিছে।

ৰজা— শুনা,

মই আঁকিব খুজিছোঁ, পাহৰ বালিত জোৰ পাতি পাতি পৰি থকা মটা-মাইকী ৰাজহাঁহবোৰৰ সৈতে বৈ যোৱা মালিনী নৈ খন, তাৰ ওচৰৰ দুই থকা হৰিণাৰে পবিত্ৰ হুৰ পৰ্ব্বত কিটা আৰু তাৰ তলত বল্কল বসন আৰি থোৱা গছৰ তলত কৃষ্ণমৃগটোৰ শিঙত বাওঁ চকু খজুৱাই থকা মাইকী হৰিণাজনী। ১৭

বিদূষক— ( নিজে নিজে ) মই যি দেখিছোঁ দীঘল দাড়িৰ সন্ন্যাসী এপালেৰে চিত্ৰফলকখন ভৰাই দিলেই তাৰ হব।

ৰজা— বয়স্য, আন এটি শকুন্তলাৰ প্ৰিয় প্ৰসাধন আঁকিব খোজোঁ, ইয়াও তাক পাহৰি গলোঁ।

বিদূষক— কি বা ?

সানুমতী— বনবাসৰ আৰু সুকুমাৰীৰ যি উপযুক্ত হব তাকে চাগে।

ৰজা— সখি, গাললৈকে কেশৰবিলাক পৰি থকা কাণত পিন্ধা শিৰীষ ফুল দুপাহি আঁকিবলৈ ৰহ'ল, আৰু বুকুৰ মাজত পৰি থকা শৰৎকালৰ জোনাকৰ দৰে নিৰ্ম্মল পদুমৰ মালাজালিও থাকিল। ১৮

বিদূষক— দেবি, তেখেতে কিয় ৰঙা পদুমৰ কুঁহিপাতৰ নিচিনা হাতৰ আগেৰে মুখ ঢাকি চক খাই থকাৰ দৰে আছে ? ( মনোযোগেৰে চায় ) অ' কথা ই দাসীৰ পো, ফুলৰ

বন চোৰ ভোমোৰা ! তেওঁতৰ মুখলৈ খেদি আহিছে !

ৰজা— এই ধুৰ্ত্তটোক খেদাই দিয়া ।

বিদূষক— দুষ্টক দমন কৰা আপুনিহে ভাল দেখায় পাৰে।

ৰজা— ঠিক । হেৰ পুষ্পিতা লতা-প্ৰিয় অতিথি, তই কিয় ইয়াত পৰিষদৈলৈ বিচাৰি কষ্ট ভুগিছ ?

এয়া তোৰ অনুৰক্তা মধুকৰী, ফুলত পৰি পিয়াহ লগাতো সেখায় তোলৈ বৈ আছে । তই মহলে যে তাই অকলে মধুপান নকৰে । ১৯

সানুমতী— আৰ্য্য ইয়াক খেদোৱাৰ নিয়ম ভাল হৈছে ।

বিদূষক— বাৰণ কৰিলেও নমৰা জাতি ইইত ।

ৰজা— তেনে হেৰ তই শাসনত নথাক ? তেন্তে শুন,

নিপুণী পুলিপল্লৱ পাতৰ দৰে প্ৰিয়াৰ যি মনোহৰ অধৰ মই বৰ হেঁপাহতো আলফুলকৈহে পান কৰোঁ. সেই বিম্বাধৰটি যদি তই স্পৰ্শ কৰ, তেন্তে হেৰ ভোমোৰা, তোক মই পদ্মকুলৰ গৰ্ভ কাৰাগাৰত বন্দি কৰাই থ'ম । ২০

বিদূষক— এনে তীক্ষ্ণ দণ্ডবে কিয় ভয় নকৰিব ? (হাঁহি, নিজে নিজে) এইটোতো বলীয়া হলেই মতো এই-টোৰ লগত পৰি বলিয়াজি থাকিহঁ । (প্ৰকাশ কৰি) হেৰি, এইখন ছবিহে ।

ৰজা— কি ছবিহে !

সানুমতী— মতো এতিয়াহে গম পাইছোঁ । অথচ ই ৰেখা

এতিয়াও কিয় নহ'ব ?

বজা— বয়স্য, তুমি কিয় এই অহিত আচৰণতো কৰিলা ?
সাক্ষাত প্ৰিয়া যেন ভাবি তন্ময় হৃদয়েৰে
দৰ্শন সুখ অনুভৱ কৰি আছিলোঁ ; তুমি মনত পেলাই
দি মোৰ কান্তাক আকৌ চিত্ৰ কৰি পেলালা । ২১

( চকুপানী টোকে )

সানুমতী— পূৰ্ব্বাপৰ বিৰোধী এই বিৰহ মাৰ্গ অপূৰ্ব্ব ।

বজা— বয়স্য, এইদৰে অবিৰাম মই কেনেকৈ দুখ সহি
থাকিম ?
স্বপ্নত তেওঁৰ লগত যি সমাগম হয়, তাৰ
পায় সি নাশ হয় ; চবিত্ত তেওঁক চাই থাকিবলৈও
চকুৰ পানীয়ে নিদিয়ে । ২২

সানুমতী— শকুন্তলাক প্ৰত্যাখ্যান কৰা দোষ আপুনি একেবাৰে
মচি পেলালে ।

[ প্ৰবেশ কৰি ]

চতুৰিকা— প্ৰভুৰ জয় হওক । চিত্ৰভাণ্ডটো লৈ মই এই
ফালে মুকৈ আহি আছিলোঁ ।

বজা— পাছে কি হ'ল ?

চতুৰিকা— আগবাটতে তৰলিকাৰে সৈতে দেৱী বসুমতীয়ে
আৰ্য্যপুত্ৰক মই দিওঁগৈ বুলি, মোৰ হাতৰ পৰা
চিত্ৰভাণ্ডটো বলেৰে কাঢ়ি নিলে ।

বিদূষক— ভাগো ভট্ট সাৰিলি!

চতুৰিকা— দেৱীৰ বিহাখন গছৰ দালত লাগি ধৰিলে, তৰ-
লিকাই একয়াই যানে মই পলায় সাৰিলোঁ।

ৰজা— বয়স্য, দেৱীয়ে বহুমান গৰ্ব্বৰে পৰিৱৃতা হৈ আছিছে।
চৰিখন তুমি ৰক্ষা কৰা।

বিদূষক— মোক বুলি কক। (চৰিখন লৈ উঠি) যদি
আপুনি এই অন্তঃপুৰ কালকূটৰ পৰা ৰক্ষা পায়
তেন্তে মেঘপ্ৰতিচ্ছন্দ গৃহৰ কালে মোক চিঞৰি দিব।
(বেগাবেগিকৈ গুচি যায়)

সাঙ্কৃত্যায়নী— অন্য সংক্ৰান্ত হৃদয় হলেও ৰজাই প্ৰথমা মহিষীক
আদৰ কৰে। এতিয়া সেই স্নেহ কমি গৈছে।

[ হাতত পত্ৰ লৈ প্ৰবেশ কৰি ]

প্ৰতীহাৰী— স্বৰ্গদেৱৰ জয় হক।

ৰজা— বেত্ৰৱতি, বাটত দেৱীক দেখা পাইছিলে?

প্ৰতীহাৰী— পাইছিলোঁ। মোক হাতত পত্ৰ লৈ অহা দেখি
উভতি গ'ল।

ৰজা— তেওঁ কাৰ্য্যজ্ঞা। মোক কাৰ্য্যব্যস্ত জানি গুচিবলৈ
বাছিল।

কঞ্চুকী— স্বৰ্গদেৱ, মন্ত্ৰীয়ে জনাইছে, ধনভঁৰালৈ অহা ধন
বহু অনেক পৰি থকাত এটা ব্যাপাৰ ব্যৱস্থা কৰিবলৈ চকু
দিব পৰা হ'ল। তাৰ পত্ৰত লিখি দিয়া হৈছে,

স্বৰ্গদেৱে পঢ়ি চাব এই,

ৰজা— এইকালে পত্ৰখন দেখুৱা।

[ প্ৰতীহাৰীয়ে ওচৰত দি দেখায় ]

ৰজা— ( পাঢ ) কি ধনমিত্ৰ বোলা সমুদ্ৰ বণিক জন নাও বুৰি ঢুকাল! বেচেৰা অপুত্ৰক! তেওঁৰ সমস্ত অৰ্থৰাশি ৰাজভঁড়ালতে আহিব লাগে, বুলি মন্ত্ৰীয়ে জনাইছে। অপুত্ৰকতা কি কষ্টদায়ক! প্ৰেমপ্ৰীতি, তেওঁ বহুধনী আছিল যেতিয়া বহুপত্নীকো লগ পাবে। বিচাৰি চাব লাগে কিজানি কোনো এগৰাকী গৰ্ভৱতী আছেই।

প্ৰতীহাৰী— স্বৰ্গদেৱ, এইমাত্ৰ শুনি আহিলোঁ। তেওঁৰ জন- ৰাকী ভাৰ্য্যা, অযোধ্যাৰ প্ৰধান বণিকৰ জীয়েকৰ, অলপতে পুংসৱন ব্ৰত কৰি এটাইছে বুলি।

ৰজা— তেন্তে নিশ্চয় পেটৰ এই পৈ যোৱা সম্পত্তি গৰ্ভস্থিত পুত্ৰই পাব। যা অমাত্যক এইদৰে কগে।

প্ৰতীহাৰী— স্বৰ্গদেৱে যি আজ্ঞা দিছে। ( যাবলৈ ধৰে )

ৰজা— অলপ আহচোন।

প্ৰতীহাৰী— আহিছোঁ।

ৰজা— সন্ততি থাককেই বা নাথাককেই,

ঘোষণা কৰি দিব লাগে যে প্ৰজাসকলৰ যি যি মৰণৰ বন্ধু মৰে পাপীবোৰৰ বাহিৰে দুষ্মন্তই তেওঁলোকৰ বন্ধু। ৬৩

প্ৰতীহাৰী— এইদৰেই ঘোষণা কৰা হ'ব।

[ ওলাই গৈ আকৌ আহি ]

কালত বৰষুণ পৰাৰ দৰে স্বৰ্গদেৱৰ আদেশ শুনি প্ৰজাবিলাকে বৰ আনন্দ পালে।

ৰজা— ( দীঘলকৈ হুমুনিয়াহ পেলাই )

এইদৰেই, হাঁয়! সন্ত'ত হীন হৈ অৱলম্বন শূন্য বংশৰ ধন, কুলৰ মূল পুৰুষ কনৰ অন্তত পৰৰ হাতলৈ যায়। মোৰো অন্তত পুৰুবংশৰ শ্ৰী অকালতে লোপ হৈ এই অৱস্থা পাব।

প্ৰতীহাৰী— অমঙ্গল নাশ হক।

ৰজা— ধিক্ মই উপস্থিত শ্ৰী অৱমাননাকাৰী!

সানুমতী— নিশ্চয় এওঁ সখীক ভাবিহে আত্ম নিন্দা কৰিছে

ৰজা— মই গৰ্ভত প্ৰবেশ কৰিও বংশ ৰক্ষাৰ উপায় স্বৰূপ আৰু মহৎ ফল দিব পৰা উপযোগী ধৰ্ম পত্নীক, অসময়ত কঠীয়া সিঁচা মাটিৰ দৰে, পৰিত্যাগ কৰিলোঁ। ২৪

সানুমতী— তোমাৰ সন্তুতি এতিয়াই পাবা।

চতুৰিকা— ( আনে শুনাকৈ ) উঃ! এই সদাগৰৰ বৃত্তান্তত স্বৰ্গদেৱৰ উদ্বেগ দুগুণে চৰিল। মেঘ বোৰ' এওঁক শান্তনা দিবলৈ মেঘ প্ৰতিচ্ছন্দ গৃহৰ পৰা আৰ্য্য মাধব্যক লৈ আহাঁগৈ।

প্ৰতীহাৰী— ঠিক কৈছা। ( প্ৰস্থান )

ৰজা— হায়। দুষ্যন্তৰ পিণ্ডভাগী পিতৃ পুৰুষ সকলৰ চাগে সংশয় হৈছে। কিয়নো—

মোৰ পাচত আমাৰ কুলৰ বেদবিহিত পিণ্ড-দানাদি ক্ৰিয়া কোনে কৰিব, এই ভাবি মই অপুত্ৰকে দিয়া তৰ্পণৰ এভাগকে নিশ্চয় হাতত লগা চকুলো ধুই বাকী থকা খিনিহে মাথোন প্ৰেত সকলে পান কৰে। ২৫

( মূৰ্চ্ছা যায় )

চতুৰিকা— ( ব্যগ্ৰ হৈ ধৰি ) স্বৰ্গদেৱ, স্থিৰ হওক।

সানুমতী— হায় ধিক! চাকি জ্বলি থকাতো মাজত আঁৰ থকাত এন্ধাৰ দেখিছে। মই এতিয়াই তেওঁক সুখী কৰোঁ। মহেন্দ্ৰ জননী অদিতীয়ে শকুন্তলাক সান্ত্বনা দি কোৱা হওঁতে মই শুনিছোঁহেঁ যে যজ্ঞ ভাগ পাবলৈ উৎসুক দেৱতা সকলে এনে ব্যৱস্থা কৰিব যে অনতিপলমে স্বৰ্গদেৱে ধৰ্ম্ম পত্নীক অভি-নন্দন কৰিবহি। সেই বাবে আৰু মই সময় নষ্ট কৰা উচিত নহয়। এই সংবাদ প্ৰিয় সখীক দি সান্ত্বনা কৰোঁগৈ।

( উদ্ভ্ৰান্ত নৃত্যৰে প্ৰস্থান )

নেপথ্য— হেৰ নৰ্বধিৰ ঐ!

ৰজা— ( জ্ঞান পাই কাণ দি ) অ' দেখোন মাধব্যৰ আৰ্ত্তস্বৰ! কোন আছে ইয়াত?

[ প্ৰৱেশ কৰি ব্যগ্ৰভাৱে ]

প্ৰতীহাৰী— স্বৰ্গদেৱ ! ৰক্ষা ৰক্ষক ! বয়স্যৰ জীৱন সংশয় ।

ৰজা— কোনে উপদ্ৰৱ কৰিছে মাধৱ্যটোক ?

প্ৰতীহাৰী— কোনো জীৱই অদৃশ্যৰূপে ধৰি নি মেঘ প্ৰতিচ্ছন্দ গৃহৰ ওপৰত তুলিছেগৈ ।

ৰজা— ( থিয় হৈ ) কেৱ নেমাৰিবি । মোৰ ঘৰতো ভূতে পালেহি । অথবা—

দিনে দিনে মোৰ নিজৰেই এনে ভুল হব লাগিছে যে তাক মই নিজেই বুজিব পৰা নাই ; তেনেস্থলত প্ৰজাবিলাকৰ কোন কেনি গৈছে তাক ভালকৈ বুজিবলৈ মোৰ শক্তি ক'ত ? ২৬

নেপথ্যে— বয়স্য হাঁয় ! হাঁয় !

ৰজা— ( বেগাবেগিকৈ খোজ দেখুৱাই ) সখি, ভয় নাই, ভয় নাই !

[ নেপথ্যে পুনৰ সেইদৰে চিঞৰি ]

নেপথ্যে— কিয় ভয় নাই ! মোক এইটো কিবা এটাই ভিডি মোটোকাই কুঁহিয়াৰ দালৰ দৰে তিন ডোখৰ কৰিব খুজিছে ।

ৰজা— ( দুৱাৰলৈ চাই ) কেনে ধনু, ধনু ?

[ হাতত ধনু শৰ লৈ প্ৰৱেশ কৰি ]

যৱনিকা— স্বৰ্গদেৱ, এয়া ধনু শৰ হস্তাবৰণ সহিতে ।

ৰত্না— ( শৰে সৈতে ধনু লয় )

নেপথ্যত— তিভিৰ কেঁচা তেজ পিব খোজা
বাঘে, ধৰকৰাই ধনু পাহু ৰখাদি, মই তোক ৰধ
কৰিম। আতুৰৰ ভয় ভঙাবলৈ সুৰাসুৰ একিৰা| ধনু
ধৰি তোক বাধকৰি। ২৭

ৰত্না— ( খঙেৰে ) কি মোৰ কণাকে ইকচে! মই বাঘক,
এতিয়াই ভাই মাটিকিয়া কৰিম। ( ধনু তুলি লৈ )
বেত্ৰৱতী, সোপান মাৰ্গ দেখুৱা।

প্ৰতীহাৰী— এইফালে এইফালে, স্বৰ্গদেৱ।

( সকলো বেগাই ওচৰ চাপি যায় )

ৰত্না— ( কেউফালে চায় ) ক'তা পুত্ৰ! ইয়াত একো নাই।

নেপথ্যত— হায়, হায়! মই আপোনাক
দেখিছোঁ, আপুনি মোক দেখেনেকে! মেকুৰী মুখৰ
নিগনিৰ দৰে মোৰ আৰু জীয়াই থকাৰ আশা নাই!

ৰত্না— তেৰ তিৰস্কৰণী পৰিছত! মোৰ শৰে তোক দেখিব।
এই মই সেই শৰ জুৰিলোঁ—

যি যাক ৰখিব লাগে ৰখিব, ৰক্তা কৰিব লগা
ব্ৰাহ্মণক ৰক্ষা কৰিব। হাঁহে গাখীৰখিনিহে লয়,
মিহলি হৈ থকা পানীখিনি ত্যাগ কৰে। ২৮

( শৰ জোখে )

[ তাৰ পাচত বিদূষকক এৰি মাতলিয়ে প্ৰবেশ কৰে ]

মাতলি— ইন্দ্ৰই আপোনাৰ শৰৰ লক্ষ্য অসুৰবিলাকক হে কৰিছে, ভইঁতাতৰ কাৰণে এই শৰ সম্বৰণ কৰক। সুহৃদ-লোকৰ ওপৰত সৎলোকৰ প্ৰসাদ মধুৰ দৃষ্টি পৰে, দাৰুণ শৰ নপৰে। ২৯

ৰজা— (শৰ সম্বৰণ কৰি) অ' মাতলি! স্বাগতম্ মহেন্দ্ৰ সাৰথি।

বিদূষক— ( প্ৰবেশ কৰি ) অ' যি মোক যজ্ঞৰ পশু মৰাদি মাৰিবলৈ ধৰিছিল তাক আকৌ স্বাগতম্!

মাতলি— ( হাঁহি ) আয়ুষ্মান্, শুনক ইন্দ্ৰই মোক কিয় আপোনাৰ ওচৰলৈ পঠাইছে।

ৰজা— যাক শুনো।

মাতলি— কালনেমিৰ সন্তান দুৰ্জ্জয় নামে দানৱগণ আছে।

ৰজা— আছে শুনিছোঁ। আগতে নাৰদৰ মুখে।

মাতলি— এই দানৱগণ আপোনাৰ সখি ইন্দ্ৰৰ অজেয়। ৰণত সেনাপতি হৈ সিইতক বধিবৰ নিমিত্তে তেওঁ আপোনাক স্মৰণ কৰিছে। ৰাতিৰ যি অন্ধকাৰ সূৰ্য্যই খেদ নোৱাৰে তাক চন্দ্ৰই দূৰ কৰে। ৩০

সেই দেখি আপুনি এতিয়াই ধনু শৰ লৈ ইন্দ্ৰৰ ৰথত উঠি বিজয় যাত্ৰা কৰক।

ৰজা— ইন্দ্ৰৰ এই আহ্বানত মই অনুগৃহিত হওঁ। পাছে মাধব্যৰ প্ৰতি আপুনি এনে ব্যৱহাৰ কৰিলে কিয়?

# সপ্তম অঙ্ক



[ আকাশী যানেদি ৰথত উঠি ৰজা আৰু মাতলি ]

ৰজা— মাতলি, দেৱৰাজৰ কাম কৰি দিলোঁ। যদিও তেখেতৰ বিশিষ্ট অতিথি সংকাৰৰ মই অনুপযোগী বুলি ভাবোঁ।

মাতলি— ( হাঁহি ) আয়ুষ্মান্ মই আপোনালোক দুয়োকো অসন্তুষ্ট দেখিছোঁ।

মহেন্দ্ৰৰ অতিথি সংকাৰত আপুনি আগতে
কৰা উপকাৰ সামান্য বুলি ভাবিছে, তেখেতেও
আপোনাৰ অৱদানত বিস্ময় মানি, অতিথি সৎকাৰ
কৰা হ'ল বুলি ধৰা নাই। ১

ৰজা— মাতলি, তেনেকে নক'ব। তেখেতে কৰা বিদায় বেলাৰ সংকাৰ মোৰ ধাৰণাৰো অতীত। মোক দেৱতাসকলৰ আগতে, নিজৰ লগত একেখন আসনতে বহুৱাই,

জয়ন্তই মনতে পাম বুলি আশা কৰি ওচৰত
থিয় হোৱাতো, দেৱৰাজে পুতেকলৈ চাই মিচিকিয়াই
হাঁহি, নিজ বুকুৰ হৰিচন্দনৰ লগা মন্দাৰ মালাখনি
নিজে দৈ মোৰ ডিঙিত পিন্ধাই দিলে। ২

কোন বায়ুৰ অধিকাৰত আছোঁহক ?

মাতলি— যি নভোমণ্ডলত ত্ৰিস্ৰোতসা গঙ্গা মন্দাকিনী হৈছে আৰু য'ত প্ৰবিভক্ত ৰশ্মিৰে নক্ষত্ৰবিলাক ভ্ৰমণ কৰিছে এয়ে সেই (বামণ ৰূপ) বিষ্ণুৰ দ্বিতীয় খোজত পবিত্ৰ হোৱা বায়ুৰ মাৰ্গ, যাক পৰিবহ মাৰ্গ বোলে। ৬

ৰজা— মাতলি, এই নিমিত্তেহে ইন্দ্ৰিয় সহিতে মোৰ অন্তৰাত্মা, মন, নিৰ্ম্মল হৈছে। (ৰথৰ পালৈ চায়) এতিয়া আমি মেঘ সকলৰ স্থানত (ভূবায়ু আৱহত) সোমাইছোঁহি।

মাতলি— কেনেকৈ জানিলে ?

ৰজা— আপোনাৰ ৰথৰ চকৰিৰ দাঁতিবোৰ পানীৰ কণিকাৰে তিতি গৈছে, চকাৰ শলিৰ মাজেৰে পৰা পানীপিয়া চৰাই বোৰ ওলাই লৰ মাৰিছে ; আৰু বিজুলীৰ পোহৰ ঘোঁৰাৰ গাত লাগিছে। এইবোৰৰ পৰা বুজা যায় পানীৰে ভৰা মেঘৰ ওপৰেদি আপোনাৰ ৰথে গতি কৰিছে। ৭

মাতলি— আৰু অলপতে আয়ুষ্মান্, নিজ অধিকাৰৰ ভূমি পাবহি।

ৰজা— (তললৈ চায়) মাতলি, বেগাই নামি অহাত মনুষ্য লোকখন বৰ আচৰিত দেখা গৈছে ; যেন চকুতোৰ—

পৃথিৱীখন যেন আগবাঢ়ি অহা পৰ্ব্বতৰ টিংৰ

পৰা নামিছে গৈছে, গছৰ গাবোৰ ওলোৱাত, পাতৰ

লগা নাই। ১০

মাতলি— আপোনাৰ আৰু মহেন্দ্ৰৰ মাজত এইবোৰেই প্ৰভেদ।

ৰজা— মাতলি, মাৰীচৰ আশ্ৰম কোন ঠাইত?

মাতলি— (হাতেৰে দেখুৱাই) সৌ মুনিজনাই যি ঠাইত, উঁই হাফলুত আধা পোত যোৱা গাৰে, সাপৰ মোটেৰে আবৰি থকা বুকুৰে, শুকান লতাৰে মেৰ খায় কণ্ঠ পোৱা ডিঙিৰে আৰু কান্ধলৈকে ঢাকি পৰা চৰায়ে বাঁহ লোৱা জটাৰে, দালপাত নোহোৱা শুৰি গছডালৰ দৰে অচল অটল ভাৱে সূৰ্য্য মণ্ডলৈ একেথাৰে চায় আছে, সেই ঠাইতেই মাৰীচৰ আশ্ৰম। ১১

ৰজা— নমস্তে কষ্ট তপসে!

মাতলি— (ৰথৰ ঘোঁৰা সংযত কৰি) অদিতিয়ে ৰোৱা মন্দাৰ বৃক্ষৰে এইয়া প্ৰজাপতিৰ আশ্ৰম, আমি পালোঁহি।

ৰজা— স্বৰ্গতকৈয়ো অধিক নিবৃত্তি স্থান, অমৃতৰ হ্ৰদতহে যেন স্নান কৰিছোঁ।

মাতলি— (ৰথ ৰাখি) নামক আয়ুষ্মান্।

ৰজা— (নামি) মাতলি, আপুনি এতিয়া ক'ত থাকিব?

মাতলি— ৰথ ৰাখিলো মযো নামো। (তাকে কৰি) এইফালে আয়ুষ্মান্। (অলপ গৈ) ঋষি সকলৰ তপোবন ভূমি দেখকচোন!

ৰজা— বঁচাইকয়ে মই আচৰিত দেখিছোঁ।

যি ঠাইত কল্পবৃক্ষ বনতো প্ৰাণীবিলাকে বায়ুৰ দ্বাৰা প্ৰাণ ধাৰণ কৰে, য'ত সুবৰ্ণ কমল পৰাগৰ পিঙ্গলবৰ্ণ পানীত পুণ্যৰ নিমিত্তে নিতৌ স্নান সমাপন হয়, য'ত সোণালী শিলৰ ওপৰত ধ্যানৰ বেদি ৰচিত হয়, যি ঠাইত অপ্সৰা সকলৰ লগতো ইন্দ্ৰিয় সংযম অটুত থাকে আৰু যি ঠাই পাবলৈ অন্য মুনিসকলে আকাঙ্ক্ষা কৰে, সেই ঠাইতে এই মুনিসকলে তপস্যা কৰে। ১২

মাতলি— মহৎ লোকৰ প্ৰাৰ্থনা অতি উচ্চ। ( অলপপাৰ লৈ আকাশলৈ চকু দি ) বেৰা বৃদ্ধ শাকল্য, ভগৱান মাৰীচে কি কৰিছে? কি কৈছা, দাক্ষ্যায়ণীয়ে সোধাত মহৰ্ষি পত্নী সহিতে তেওঁক পতিব্ৰতা ধৰ্মৰ কথা কৈছে?

ৰজা— ( কাণ দি ) অ' তেনে অলপ ৰব লগা কথা।

মাতলি— ( ৰজালৈ চাই ) ইন্দ্ৰ গুৰুৰ লগত আপোনাৰ সাক্ষাৎ কৰাৰ সময় বুলি আহোঁমানে আয়ুষ্মানে এই অশোক বৃক্ষৰ গুৰিতে বৈ থাকক।

ৰজা— আপুনি যি ভাল দেখে।

( বৈ থাকে )

মাতলি— আয়ুষ্মান মই আহিছোঁ। ( প্ৰস্থান )

ৰজা— ( দক্ষিণ বাহু কঁপাৰ ভাও দেখুৱায় )

হেৰ বাহো! মনোবাঞ্ছা পুৰণৰ কোনে

আশা নকৰোঁ, মিছাই কিয় ললিছ ? আগতে তুচ্ছ কৰি এবা সুখে পাচত দুখহে আছে। ১৩

নেপথ্যত— হেৰ লবচৰ নকৰিবি। কি আকৌ নিজৰ পৰাকিতি ললি!

ৰজা— (কাণ দি) এইখন তো অবিনয়ৰ ঠাই নহয়। কাকনো বাৰণ কৰিছে! (শব্দ অহাৰ ফাললৈ চায় বিস্ময় হৈ) অ' এইটি কোনোবা অবাল সত্ত্বাল. দুগৰাকী তপস্বিনীয়ে পাচে পাচে খেদি ঘোৰাইছো সি মাকৰ গাখীৰ আধা খাওঁতেই খেমালি কৰিবৰ নিমিত্তে সিংহ পোৱালীটো বলেৰে ধৰি, তাৰ কেশৰবোৰ আঁজুৰি, তাল ভান কৰিছে। ১৪

[ যথা নিৰ্দ্দিষ্ট কৰ্ম্মৰে দুগৰাকী তপস্বিনীৰে সৈতে বালকৰ প্ৰবেশ ]

বালক— আঁ কৰ সিংহ, মই তোৰ দাঁতবোৰ লেখোঁ।

প্ৰথমা তাপসী— হেৰ অবিনীত, কিয় তই আমাৰ পো-পোৱালীৰ নিচিনা প্ৰাণীবোৰক কষ্ট দিয় ? অ' তোৰ আকৌ উদ্ধতালি বাঢ়িছেহে। তালৈকেহে ঋষিজনে তোৰ নাম সৰ্ব্বদমন দিছে।

ৰজা— কিয়নো বাৰু মোৰ মনত এই লৰাটিলৈ মোৰ নিজ



পুত্ৰৰ দৰে মৰম লাগিছে? নিশ্চয় মোৰ অপুত্ৰক ভাই মোক বাৎসল্য প্ৰবল কৰিছে।

দ্বিতীয়া তাপসী— পোৱালীটো যদি এৰি নিদিয় তাৰ মাক জন্তুয়ে আহি তোক লঙ্ঘি পেলাব।

বালক— (হাঁহি) আও, মই যেন বৰ ভয় খাওঁ! (ওঁঠ বিকটাই দেখুৱাই)

ৰজা— এই লৰাটি মহৎ তেজৰ পৰা উদ্ভূত হোৱা যেন মোৰ বোধ হৈছে, ঠিক যেন স্ফুলিঙ্গ অৱস্থাত থকা জুই, জ্বলি উঠিবলৈ কেৱল খৰি পাবলৈ হৈ আছে। ১৫

১মা তাপসী— বৎস, এই সিংহ পোৱালীটো এৰা, আন এটা ওমলা বস্তু দিওঁ।

বালক— ক'তা দিয়া। (হাত মেলে)

ৰজা— আঃ! চক্ৰবৰ্ত্তী লক্ষণো ইয়াৰ গাত আছে! কিয়নো ইয়াৰ—

লোভ লগা বস্তুটি পাম বুলি হাতখনি মেলি দিলত জালগ্ৰথিত আঙুলিবে তলুৱাখনি এনাই পৰিল, পাতৰ মাজত যেন লুকাই থকা পুৱা মেলা ৰঙা বাগৰ পদুম পাহিছে! ১৬

২য়া তাপসী— সুব্ৰত, অকল মুখৰ কথাৰে ইয়াক বাধিব নোৱাৰি। মোৰ কুটীৰলৈ যোৱা, মাৰ্কণ্ডেয় ঋষিকুমাৰৰ সজা চিত্ৰবিচিত্ৰ মাটিৰ মযুৰটো আছে, তাকে ইয়ালৈ লৈ আহাঁচোন?

১মা তাপসী— বাক। ( প্ৰস্থান )

বালক— আনে মানে ইয়াৰ লগতে খেলোঁ।

( তাপসীলৈ চায় হাঁহে )

ৰজা— এই উদ্ধতালি কৰা ল'ৰাটিলৈ মোৰ স্পৃহাহে বাঢ়িছে।

অকাৰণতে হাঁহি ফুলকলিৰ দৰে দাঁতবোৰ আধা উলিয়াই কুতা-মুকুতা মৰম লগা কথা কোৱা, কোলাত উঠিবলৈ হেঁপাহ কৰা পুত্ৰবিলাক, কোচত তুলি লৈ, ভাগ্যৱন্ত সকলহে সিহঁতৰ গাৰ ধুলিৰে মলিন হয়। ১৭

তাপসী— বাক, ই মোক গণিতা নকৰে ( তুয়ো কাষে চায়) ঋষি কুমাৰ কোন আছাইক ইয়াত ? ( ৰজাক দেখি ) ভদ্ৰমুখ! আহাঁচোন, ই এবাৰ নোৱাৰাকৈ ধৰি খেমালি কৰি দুখ দিয়া সিংহপোৱালীটো একৱাই দিয়া ?

ৰজা— ( ওচৰ চাপি, হাঁহি ) হেৰা মহৰ্ষি পুত্ৰ!

কিয় তুমি কেচুৱাকালৰ পৰা এইদৰে তপোবন বিৰোধী বৃত্তি লৈ প্ৰাণীৰক্ষা কৰা সুখ আশ্ৰমৰ ধৰ্ম্ম হেৰুৱাতো, কৃষ্ণসৰ্পৰ পোৱালীয়ে সুগন্ধি চন্দন দোষিত কৰাদি, আশ্ৰমৰ সংযম ধৰ্ম্ম দোষিত কৰিছা ? ১৮

তাপসী— ভদ্ৰমুখ! ই ঋষিকুমাৰ নহয়।

ৰজা— ইয়াৰ আকাৰ সদৃশ কাৰ্য্যবো অয়ন্তে তাকে কয়। স্থান বুজিহে তেনেকৈ কৈছিলোঁ। ( সেইমতে কৰাৰ পাচত স্পৰ্শ সুখ অনুভৱ কৰি, নিজে নিজে ) —

কোমোৰা ফুলৰ অঙ্কুৰ এই লতাটি স্পৰ্শ কৰি মোৰ গাত ইমান সুখ অনুভৱ হৈছে, যি জন কৃতী পুৰুষৰ শৰীৰৰ পৰা ইয়াৰ জন্ম হৈছে তেওঁৰ মনত যে কি আনন্দ হয়! ১৯

তাপসী — ( দুয়োলৈকে চকু দি ) আশ্চৰ্য্য! আশ্চৰ্য্য!

ৰজা— আৰ্য্যে, কি হ'ল ?

তাপসী— তোমাৰ আকৃতি এই লৰাটোৰ দৰে একে দেখি আচৰিত হৈছোঁ। অপৰিচিত যদিও তোমাৰ ওচৰত ই শান্ত হৈ পৰিল!

ৰজা— ( ল'ৰাটি স্নেহ কৰি ) যদি ঋষিকুমাৰ নহয় তেন্তে ইয়াৰ বংশ ?

তাপসী— পুৰু বংশ।

ৰজা— কি মোৰে একে বংশৰে! সেইহে তাপসীয়ে ইয়াক মোৰ নিচিনা দেখিছে। পৌৰৱ বিলাকৰ জীৱনৰ শেষ চোৱাত এনে কুলধৰ্ম্ম আছে হয়।

পৃথিবী ৰক্ষাৰ নিমিত্তে তেওঁলোকে প্ৰথমে সুখ সম্ভোগ পৰিপূৰ্ণ গৃহত থাকিবলৈ আকাঙ্ক্ষা কৰে, পাচত সদায় ইন্দ্ৰিয় সংযম ব্ৰত মাত্ৰ ধৰি গছৰ তলতে ঘৰ কৰে। ২০

( প্ৰকাশকৈ ) কিন্তু মানুহ যে এই ঠাইলৈ ইচ্ছামতে আহিব নোৱাৰে।

তাপসী— ভদ্ৰমুখে যি কৈছে হয়। অপ্সৰা সম্বন্ধত ইয়াৰ

মাক আহি দেৱগুৰুৰ তপোবনত প্ৰসূতা হ'ল।

ৰজা— ( একলীয়াকৈ ) আহা! এইটো আকৌ দ্বিতীয় আশাজনক কথা। ( প্ৰকাশকৈ ) ভেখেতনো কি নামৰ ৰাজৰ্ষিৰ পত্নী ?

তাপসী— কোনে সেই ধৰ্ম্মপত্নী ত্যাগীটোৰ নাম কৰবলৈ ইচ্ছা কৰিব।

ৰজা— ( নিজে নিজে ) এই কথাষাৰে মোকহে লক্ষ্য কৰিলে যদি সিয়ে হয় তেনে শিশুৰ মাকৰ নাম শোধোঁ। পিচে পৰৰ তিকতাৰ কথা শোধা আকৌ গৰ্হিত কাম।

[ মাটিৰ ম'ৰা চৰাইটো হাতত লৈ প্ৰবেশ কৰি ]

তাপসী— সৰ্ব্বদমন! শকুন্ত-লাবণ্য চোঁৱা ?

বালক— ( চকু দি ) ক'তা মোৰ আই ?

উভয় তাপসী— মাকক ভাল পোৱা ল'ৰা, মাকৰ নামৰ সাদৃশ্যত মাকৰ পৰা বঞ্চিৎ ( ছোৱা যেন ) হৈছে।

২য়া তাপসী— বৎস, এই মাটিৰ ময়ুৰটিৰ সৌন্দৰ্য্য চোঁৱা বুলিহে কৈছোঁ।

ৰজা— ( নিজে নিজে ) ইয়াৰ মাকৰ নামো শকুন্তলা হবলা একে নামো তো বহুতৰ থাকে। নামৰ মিলো মৰিচিকাৰ দৰে, মোৰ বিষাদৰ কাৰণেই হৈছেনেকি!

বালক— আই, এইটো ভাল ম'ৰা। মই ভাল পাওঁ।

( পুতলাটো লয় )

১মা তাপসী— ( চায় উদ্বেগ হৈ ) ও আই! ৰক্ষাকৰচটো

দেখোন ইয়াৰ গাঠিত মাই !

ৰজা— আবেগ নহ'ব। এইটো, সিংহ পোৱালীটোৰ গাত যহনি থায় সৰি পৰিছে ( বুটলিব খোজে )

উভয় তাপসী— এইটো সুবুটলিব, সুবুটলিব ! এঃ বুটলিলেই !

( বুকুত হাত দি ইজনীয়ে সিজনীলৈ আচৰিত হৈ চায়। )

ৰজা— কি কাৰণে বাৰণ কৰিছিল ?

১মা তাপসী— শুনক মহাভাগ ! এইটো অপৰাজিতা নামে ঔষধ। তাৰ জাতকৰ্মৰ সময়ত ভগবান মাৰীচে দিছিল। সি নিজে আৰু মাক বাপেকৰ বাহিৰে মাটিত পৰিলে আনে নোবোটলে।

ৰজা— বোটলে যদি ?

১মা তাপসী— তেতিয়া তাক সৰ্প হৈ দংশন কৰে।

ৰজা— ইয়াৰ ৰূপ সলোৱা আপোনালোকে কেতিয়াবা দেখিছিল নে ?

উভয় তাপসী— অনেকবাৰ।

ৰজা— ( বং মনেমনে নিজে নিজে ) মোৰ মনোৰথ সম্পূৰ্ণ হোৱাতো কিয় মই অভিনন্দন নকৰো ?

( লৰাটিক আলিঙ্গন কৰে )

২য়া তাপসী— সুব্ৰতে, আঁহা এই বৃত্তান্তটি ব্ৰতধাৰিণী শকুন্তলাক জনাওঁগে।

( দুয়োৰো প্ৰস্থান )

বালক— এৰি দিয়া মোক আইৰ ওচৰলৈ যাওঁ।

ৰজা— পুত্র! মোৰে সৈতে একেলগে মাৰাক অভিনন্দন কৰিবা।

বালক— মোৰ পিতা দুষ্মন্তহে তুমি নোহোৱা।

ৰজা— (হাঁহি) এই বিবাদেও বিশ্বাস লগাইছে।

[ তাৰ পাচত একবেণীধৰা শকুন্তলাৰ প্ৰৱেশ ]

শকুন্তলা— ৰূপ সলাবলগীয়া সময়তো সৰ্ব্বদমনৰ ঔষধটো একে থকা শুনি সৌভাগ্য আছিছে বুলি মোৰ আশা অহা নাই। অথবা সানুমতীয়ে যেনেকৈ কৈছে সেইমতে ই সম্ভৱো হব পাৰে।

ৰজা— (শকুন্তলাক চায়) অ' এয়াই সেই শকুন্তলা! যি—
শুদ্ধশীলাই মলিন সাজযোৰ পিন্ধি, একবেণী বান্ধি, সংযম নিয়ম পালন কৰি মুখ শুকাই মোৰ অতি নিষ্কৰুণ জনৰ দীৰ্ঘ বিৰহ ব্ৰত পালন কৰিছে। ২১

শকুন্তলা— (অনুতাপত বিবৰ্ণ হোৱা ৰজাক দেখি)
আৰ্য্যপুত্ৰ যেন নহয়! তেন্তে কোন এইজন মোৰ বচা মঙ্গলাচাৰ কৰা লৰাটিক স্পৰ্শ কৰি দোষিত কৰিছে?

বালক— (মাকৰ ওচৰলৈ গৈ) আই, এইজন কোন মানুহ, মোক পুত্ৰ বুলি আঁকোৱালি ধৰম কৰিছে?

ৰজা— প্ৰিয়ে, মই তোমাক যে নিষ্ঠুৰ ব্যৱহাৰ কৰিলোঁ যদিও এতিয়া যদি তুমি মোক সোঁৱৰা তেন্তে শেষত সকলো ভাল হ'ল বুলি মানিম।

শকুন্তলা— ( নিজে নিজে ) হৃদয়! আশ্বস্ত হ। দৈৱই কোপ এৰি কৃপা কৰিছে, এওঁ আৰ্য্যপুত্ৰই।

ৰজা— প্ৰিয়ে,

হে সুমুখি! ভাগ্যক্ৰমে সোঁৱৰণি পাই মোহ তমসা দূৰ হোৱাত তুমি মোৰ সন্মুখত উপস্থিত হৈছাহি, ৰাহুৱে গ্ৰাস কৰাৰ পাচত যেন ৰোহিণী চন্দ্ৰৰ লগত মিলন হৈছে। ২২

শকুন্তলা— আৰ্য্য পুত্ৰৰ জয় হওক ( আধা কওঁতে শোকত কণ্ঠৰোধ হয় )

ৰজা— হে সুন্দৰি!

শোকে খুন্দামাৰি ধৰিলেও তোমাৰ জয় শব্দতে মই জয়ী হ'লো, কিয়নো বিনাৰাগৰঞ্জনৰে তোমাৰ ৰঙা ওঁঠৰ মুখখনিৰ মই দৰ্শন পালোঁ। ২৩

বালক— আই, কোন এওঁ?

শকুন্তলা— বৎস, তোৰ ভাগ্যক সোধ।

ৰজা— ( শকুন্তলাৰ ভৰিত পৰি )

হে সুতনু, তোমাৰ হৃদয়ৰ পৰা প্ৰত্যাখ্যান দুখ দূৰ কৰা; সেই সময়ত কোনো কাৰণত মোৰ মনত সম্মোহ বলৱান হৈছিল। শুভ কাৰ্য্যত মোহ প্ৰবল হোৱা লোকৰ কাম প্ৰায় তেনেই হয়; ফুলৰ মালাও মূৰত দলিয়াই দিলে অন্ধই সাপ শঙ্কা কৰি এৰাদি পেলায়। ২৪

শকুন্তলা— উঠক আৰ্য্যপুত্ৰ, সেই কিদিনত নিশ্চয় মোৰ পূৰ্ব্বজন্মকৃত পুণ্যফল লাভৰ প্ৰতিবন্ধক কিবা পৰিণাম ভোগিবলগীয়া হৈছিল। সেই দেখি সদয় হৈও আৰ্য্যপুত্ৰ মোৰ প্ৰতি বিৰাগ হ'ল।

ৰজা— ( উঠে )

শকুন্তলা— পাচে কেনেকৈনো আৰ্য্যপুত্ৰৰ এই দুঃখভাগী-জনীলৈ মনত পৰিল!

ৰজা— বিষাদ-শেল উদ্ধৃত হলে ক'ম।

হে সুতনু, আগতে মই মোহান্ধত পৰি তোমাৰ অধৰত লগা যি চকুলো মচিবলৈ উপেক্ষা কৰিছিলোঁ। আজি তোমাৰ সেই বেকা ভ্ৰূ জোৰা চকুৰ পানী মচি দি মোৰ অনুতাপ দূৰ কৰোঁ। ২৫

( কোৱামতে কৰে )

শকুন্তলা— ( নাম লিখা আঙঠিটো দেখি ) আৰ্য্য পুত্ৰ! এইটো সেই আঙঠিটো!

ৰজা— এই আঙঠিটো পোৱাতহে মনত পৰিল।

শকুন্তলা— ইয়ে বিষম কৰিলে কিয়নো আৰ্য্যপুত্ৰক প্ৰত্যয় জন্মাবৰ বেলিকা ই দুৰ্লভ হ'ল।

ৰজা— তেনে বসন্ত সমাগমৰ চিন স্বৰূপে লতাত ফুল লাগক।

শকুন্তলা— মই ইয়াক বিশ্বাস নকৰোঁ। আৰ্য্য পুত্ৰয়ে ধাৰণ কৰক।

[ তাৰ পাচত মাতলিয়ে প্ৰৱেশ কৰে ]

মাতলি— সৌভাগ্যক্ৰমে ধৰ্ম্মপত্নী মিলন আৰু পুত্ৰমুখ দৰ্শন হোৱাত আয়ুস্মানৰ শ্ৰী বৃদ্ধি হৈছে।

ৰজা— মোৰ মনোৰথে সুমধুৰ ফল লাভ কৰিলে। মাতলি, এই বৃত্তান্ত চাগে মহেন্দ্ৰই পোৱা নাই?

মাতলি— (হাঁহি) দেৱতাসকলৰ নজনা কি আছে? আহক আয়ুস্মান, ভগৱান মাৰীচে আপোনাক দৰ্শন দিছে।

ৰজা— শকুন্তলে, পুত্ৰক লোৱাঁ, তোমাক আগত লৈ ভগৱন্তক দৰ্শন কৰিব খোজোঁ।

শকুন্তলা— আৰ্য্যপুত্ৰৰ লগত গুৰু সমীপলৈ যাবলৈ মোৰ লাজ লাগে।

ৰজা— অভ্যুদয় কালত ইয়াক কৰিব পায়। আহাঁ, আহাঁ।

( সকলো অলপ যায় )

[ তাৰ পাচত অদিতি সহিত আসনত বহা মাৰীচে প্ৰৱেশ কৰে ]

মাৰীচ— ( ৰজাক চায় ) দাক্ষায়ণি,

তোমাৰ পুত্ৰৰ ৰণত অগ্ৰগামী, সেনাবিলাকৰ
ভিতৰত এওঁ আগৰণুৱা, নাম দুষ্মন্ত, পৃথিৱীৰ অধি-
পতি; যাৰ ধনুৰ দ্বাৰা অসুৰ নিধন কাৰ্য্য সাধন হয়,
এতিয়া সেই তীক্ষ্ণাগ্ৰ বজ্ৰ ইন্দ্ৰৰ ভূষণ হৈছে। ২৬

অদিতি— এওঁৰ আকৃতি তেনে প্ৰভাৱৰ সূচক ।

মাতলি— আয়ুষ্মান, এই দুজনা দেৱতাসকলৰ পিতামাতা, পুত্ৰ-প্ৰীতি - স্নিগ্ধ নয়নেৰে আপোনাক দৃষ্টি কৰিছে । তেওঁলোকৰ কাষ চাপক ।

ৰজা— মাতলি, এই দুজনাই—

যাক মুনিসকলে দ্বাদশ মূৰ্ত্তিধাৰী তেজৰ জন্ম দাতা বোলে, যি ত্ৰিভুবনৰ পালক দেবাধিপতি ইন্দ্ৰক জনম দিলে, যি দুজনাত পৰম পুৰুষ স্বয়ম্ভু বিষ্ণুৱে বামনৰূপে জন্ম লবলৈ আশ্ৰয় লৈছিল । এওঁলোক দুজনাই সেই স্ত্ৰী-পুৰুষ যুগল দক্ষ আৰু মৰীচিৰ পৰা জন্ম পাইছে আৰু ব্ৰহ্মাৰ পৰা মাত্ৰ এক পুৰুষ অন্তৰ । ২৭

মাতলি— হয় ।

ৰজা— ( ওচৰ চাপি ) ইন্দ্ৰৰ আজ্ঞাধীন দুষ্যন্তই আপোনালোক দুয়োকো প্ৰণাম জনাইছে ।

মাৰীচ— বৎস, চিৰঞ্জীৱি হোৱা, পৃথিৱী পালন কৰা ।

অদিতি— বৎস, অপ্ৰতিৰথ হোৱা ।

শকুন্তলা— পুত্ৰ সহিতে আপোনালোকৰ পাদবন্দন কৰিছোঁ ।

মাৰীচ— বৎসে,

তোমাৰ স্বামী ইন্দ্ৰৰ তুল্য, পুত্ৰ জয়ন্তৰ সমান । তোমাৰ প্ৰতি আন আশীৰ্ব্বাদ যোগ্য নহয়— তুমি ইন্দ্ৰৰ পত্নী পৌলোমীৰ দৰে হোৱা । ২৮

অদিতি— আই, স্বামীৰ আদৰণীয়া হোৱা। পুত্ৰ দীৰ্ঘায়ু হৈ উভয় কুলনন্দন হওক। বহঁহিক।

( সকলো প্ৰজাপতিৰ ওচৰত বহে )

মাৰীচ— ( এজন এজনকৈ দেখুৱাই )

এইয়া ভাগ্যৱতী সাধ্বী শকুন্তলা, এইটি সদ্ পুত্ৰ আৰু এইজন তুমি— যেন শ্ৰদ্ধা, বিত্ত আৰু বিধি, এই তিনিগুণ একত্ৰিত হৈছে। ২৯

ৰজা— ভগৱান্, আগতে অভিপ্ৰায় সিদ্ধি তাৰ পাচতহে দৰ্শন হ'ল। আপোনালোকৰ অনুগ্ৰহ অপূৰ্ব। কিয়নো,

প্ৰথমে ফুল তাৰ পাচতহে ফল, প্ৰথমে মেঘ তাৰ পাচত পানী এয়ে কাৰণ আৰু কাৰ্য্যক্ৰম; কিন্তু আপোনাৰ প্ৰসাদৰ ফল পূৰ্ব্বেই লাভ হ'ল। ৩০

মাতলি— প্ৰজাপতি সকলে এইদৰেই প্ৰসাদ দান কৰে।

ৰজা— ভগৱান, আপোনালোকৰ আজ্ঞাধীনা এওঁক গন্ধৰ্ব্ব মতে মই বিবাহ কৰাৰ কিছুদিনৰ পাচত তেওঁৰ আত্মীয় সকলে তেওঁক মোৰ ওচৰলৈ লৈ আহিছিল, মোৰ স্মৃতি বিভ্ৰম হৈ তেওঁক প্ৰত্যাখ্যান কৰি আপোনাৰ সগোত্ৰ তেখেত কণ্বৰ ওচৰত মই অপৰাধী হৈছোঁ। পাচত আঙঠিটো দেখিহে তেখেতৰ দুহিতাক মোৰ বিয়া কৰোৱাটো মনত পৰিল। ই মোৰ বৰ আচৰিত যেন লাগে।

হাতী আগত ঠিয় হলেও নহয় বুলি মোৰ

অঁাতৰি গ'লত হঁাতী হয় বুলি সংশয় আৰু পাচত
খোজ দেখি হাতী হয় বুলি প্ৰত্যয় হলে যেনে হয়
মোৰ মনৰ বিকাৰো তেনে হৈছিল। ৩১

মাৰীচ— বৎস, আত্মাপৰাধ শঙ্কা দূৰ কৰা। তোমাৰ মোহেইহে হৈছিল। শুনা।

ৰজা— শুনিছো।

মাৰীচ— যেতিয়া প্ৰতাৰণা শোকত অভিভূতা শকুন্তলাক অপ্সৰস্ তীৰ্থৰ পৰা লৈ আহি, মেনকা দাক্ষায়ণীৰ ওচৰত উপস্থিত হলহি তেতিয়া মই ধ্যানযোগে জানিলো যে তুমি দুৰ্ব্বাসাৰ শাপতহে তোমাৰ এই সহধৰ্ম্মিণী তপস্বিনীক প্ৰত্যাখ্যান কৰিলা। আন কাৰণত নহয় আৰু তাৰ সীমা এই আঙঠি দেখালৈকেহে মাত্ৰ আছিল।

ৰজা— (উৎসাহেৰে) এই উক্তিত মই মুক্তি পাইছোঁ।

শকুন্তলা— (নিজে নিজে) ভাগ্যে অকাৰণত আৰ্য্যপুত্ৰই মোক প্ৰত্যাখ্যান কৰা নাছিল। মোক শাপ দিয়া মনত নপৰে। নহলে সেই শাপ মই পাইছিলোঁ। বিৰহশূন্য হৃদয়ৰ বাবে মই গম নেপালোঁ; কাৰণ সখীহঁতে মোক কৈছিল স্বামীদেৱক আঙঠি দেখুৱাবা বুলি।

মাৰীচ— বৎসে, অৰ্থটো বুজিলা। এতিয়া তোমাৰ সহধৰ্ম্ম-চাৰীৰ প্ৰতি খং কৰিব লগীয়া নাই। তোমা-

শাপৰ কাৰণে স্বামীৰ স্মৃতিবোধ কৰ্তব্যত ভুমি বিতাৰিত হৈছিলা ; এতিয়া সেই মোহ দূৰ হোৱাত তেওঁৰ ওপৰত তোমাৰেই প্ৰভুতা। নিৰ্ম্মল দৰ্পণেও মলি লাগিলে প্ৰতিবিম্ব দেখুৱাই কিন্তু মলি নহলে সহজে দেখুৱায়। ৩২

ৰজা— ভগৱানে স্বৰূপ কৈছে।

মাৰীচ— বৎস, শকুন্তলাৰ গৰ্ভত ওপজা তোমাৰ এই পুত্ৰৰ আমি বিধিমতে জাতকৰ্ম্ম সমাপন কৰিছোঁ। তুমি তাক সাদৰে গ্ৰহণ কৰিছানে ?

ৰজা— ভগৱান, মোৰ বংশৰ প্ৰতিষ্ঠা এইটিতেইহে।

মাৰীচ— সি তেনে হ'ব আৰু চক্ৰবৰ্ত্তী হ'ব বুলি জানিবা দেখা—

সি অপ্ৰতিদ্বন্দী হৈ প্ৰতিঘাত-ৰহিত স্থিৰ ৰথৰ গতিৰে সাগৰবোৰকো অতিক্ৰম কৰি ভৱিষ্যতে সপ্তদ্বীপা পৃথিবী জয় কৰিব। জন্তুবিলাকক বলেৰে দমন কৰাৰ নিমিত্তে ইয়াত সৰ্ব্বদমন নাম পাইছে ; আৰু ভুবন ভৰণ কৰাৰ হেতু ( মনুষ্য লোকক প্ৰতিপালন কৰাৰ নিমিত্তে ) ভৰত নামে খ্যাত হ'ব। ৩৩

ৰজা— ভগৱানে সংস্কাৰ কৰাৰ নিমিত্তে আমি এওঁত সকলোখিনি আশা কৰিছোঁ।

অদিতি— ভগৱান, জীয়েকৰ বাঞ্চা সিদ্ধিৰ কথা কন্বকো জনাওক। দুহিতৃবৎসলা মেনকা আমাৰ শুশ্ৰূষা

কৰি ইয়াতেই আছে ।

শকুন্তলা— ( নিজে নিজে ) ভগৱতীয়ে মোৰ মনৰ কথাকে কৈছে ।

মাৰীচ— ভগৱ প্ৰভাৱত তেখেতে সকলো কথা যেন দেখিছে আছে ।

ৰজা— এই নিমিত্তেই মুনিৰ মোৰ ওপৰত ক্ৰোধ হোৱা নাই ।

মাৰীচ— তথাপি আমি এই শুভসংবাদ তেখেতক দিব লাগে । কোন আছা ইয়াত ?

( প্ৰৱেশ কৈ )

শিষ্য— ভগৱান, এইয়া আমি ।

মাৰীচ— গালৱ, এতিয়াই আকাশেদি গৈ তেখেত কণ্ব মুনিক মোৰ বচন, এই প্ৰিয় সংবাদটি দিয়াগৈ যে শাপ মোচন হোৱাত মনত পৰি দুষ্মন্তই পুত্ৰৱতী শকুন্তলাক গ্ৰহণ কৰিছে ।

শিষ্য— ভগৱানে যি আজ্ঞা দিছে । ( প্ৰস্থান )

মাৰীচ— বৎস, তুমিও পুত্ৰদাৰ সহিতে তোমাৰ সখি ইন্দ্ৰৰ ৰথত উঠি ৰাজধানীলৈ যাত্ৰা কৰা ।

ৰজা— ভগৱানে যি আদেশ দিছে ।

মাৰীচ— আৰু,

তোমাৰ প্ৰজাৰ প্ৰতি ইন্দ্ৰ প্ৰভূত বৃষ্টিদাতা হব;
তুমি সততে যাগযজ্ঞ কৰি দেৱগণক সন্তোষ কৰিবা।
এইদৰে দুয়ো পৰস্পৰ উপকাৰী আৰু প্ৰশংসনীয়
কাৰ্য্য কৰি অনেক যুগ অতিবাহিত কৰাইক। ৩৪

ৰজা— ভগৱান, শ্ৰেষ্ঠ কৰ্ম্মৰ নিমিত্তে যথাশক্তি পুৰুষাৰ্থ কৰিম।

মাৰীচ— আৰু তোমাক কি প্ৰিয় উপকাৰ দিম ?

ৰজা— ইয়াতোকৈ শ্ৰেষ্ঠ আৰু প্ৰিয় মোৰ কি হ'ব পাৰে ?
যদি ভগৱানে প্ৰসন্ন হৈ প্ৰিয় কৰিব খোজে তেনেহলে
এই হওক—

( ভৰত বাক্য )

প্ৰবৰ্ত্ততাং প্ৰকৃতি হিতায় পাৰ্থিবঃ
সৰস্বতী শ্ৰুতমহতাং মহীয়্যতাম্।
মমাপি চ ক্ষপয়তু নীললোহিতঃ
পুনৰ্ভবং পৰিগতশক্তিৰাত্মভূঃ॥

( অৰ্থ— প্ৰকৃতিৰ হিতৰ অৰ্থে পাৰ্থিব ৰজা ৰত হওক,
শাস্ত্ৰজ্ঞ মহৎ লোকসকলক সৰস্বতীয়ে আদৰ কৰক,
স্বয়ম্ভূ আৰু সৰ্ব্বশক্তিমান মহাদেৱে মোৰো পুনৰ্জন্ম
নিবাৰণ কৰক। )

[ সকলোৰে প্ৰস্থান ]

সমাপ্ত

# শব্দাৰ্থ

[ মূল নাটকৰ শ্লোকবিলাক একোটা দফা কৰি নম্বৰ দিয়া হৈছে। একেলগে দুটা নম্বৰ্ থাকিলে প্ৰথমটোৱে নাটকখনৰ অঙ্ক আৰু দ্বিতীয়টোৱে সেই অঙ্কৰ শ্লোক বুজাব। অকল এটা নম্বৰ থাকিলে সি নাটকখনৰ কোন অঙ্ক তাক বুজাব

অগ্নিশৰণ গৃহ— ৪, যজ্ঞ কৰা বা যজ্ঞৰ জুই ৰখা ঘৰ।

অতিথি পৰিভাবিণি — ৪; অতিথি অবমাননাকাৰী অতিথিক আওহেলা কৰা মানুহগৰাকী।

অদিতি— ৭; কশ্যপ বা মাৰীচৰ স্ত্ৰী দক্ষৰ জীয়েক। বিবস্বান্ অৰ্য্যমা, পূষা, ত্বষ্টা, সবিতা, ভগ, ধাতা, বিধাতা, বৰুণ, মিত্ৰ, ইন্দ্ৰ আৰু উৰুক্ৰম— এই দ্বাদশ আদিত্য বা সূৰ্য্যৰ মাক। ভগৱান বিষ্ণুৱেও বলিক চলনা কৰিবলৈ বামনৰূপে অদিতিৰ গৰ্ভত জন্ম লৈছিল।

অনতি-পৰিস্ফুত-শৰীৰ-লাৱণ্য— ৫ ১১; শৰীৰৰ সৌন্দৰ্য্য কাপোৰেৰে ঢাক খায় থকাত সম্পূৰ্ণভাবে ওলাই নথকা।

অপ্ৰতিৰথ— ৭. ৩৩; প্ৰতিদ্বন্দ্বী নোহোৱা।

অপ্সৰস্তীৰ্থ— ৬, অপ্সৰাসকলে গা ধোৱা পবিত্ৰ ঘাট।

অপ্সৰা— ১; স্বৰ্গত বাস কৰা একাতি সুন্দৰী নাৰী, গন্ধৰ্ব্ব সকলৰ তিৰুতা; এওঁবিলাকে ঘুৰিপকি ফুৰি আৰু স্নান কৰি ভাল পায় কিন্তু দেৱৰাজ ইন্দ্ৰৰ আদেশাধীনা। আকৌ এওঁলোকে নিজৰ ৰূপ এৰি আন ৰূপ ল'ব পাৰে।

অব্ৰহ্মণ্য— ৬; মাৰিব নেপায়, নবধিবা, ৰক্ষা কৰা আদি

বিপদত চিঞৰা মাত।

অবাল সৱবাল— ৭, বয়স অনুপাতে গাত যিমান বল থাকিব লাগে তাতকৈ বেচি বল থকা ল'ৰা।

অবিলম্বিত-মনোৰথ-জন— ৩ ; মনতে পাবলৈ বাঞ্ছা কৰি থাকোঁতেই আৰু সময় অতীত নৌ হওঁতেই উপস্থিত হোৱা লোক।

উজ্জ্বান— ১, ৪, ৬, ৭ ; সোঁৱৰণি, সুঁৱৰিবলৈ দিয়া কোনো বস্তু।

অৰুণ— ৪, ২, ৭, ৪, সূৰ্য্যোদয়ৰ সময়, সূৰ্য্যক লৈ অহা ৰথৰ সাৰথি।

অস্তশিখৰ— ৪, ২ ; পৃথিবীৰ পশ্চিম মুৰত থকা পৰ্ব্বতৰ টিং য'ত সূৰ্য্য মাৰ যায়।

আপন্ন সত্বা— ৫ ; গৰ্ভৱতী।

আৰ্য্য— ১, ৩, ৫, ৭ ; মাননীয়, ভদ্ৰ, নাটকত ব্যৱহাৰ কৰা সন্মানসূচক শব্দ।

আৰ্য্য পুত্ৰ— ১, ৫, ৬, ৭ ; তিৰুতাই স্বামীক আৰ্য্য পুত্ৰ বুলি মাতে ; আৰ্য্য অৰ্থ মাননীয়, শহুৰ

আয়ুষ্মান্— ১, ৬, ৭ ; বয়সিয়াল লোকে সদ্‌বংশজাত কম বয়সৰ লোকক মতা শব্দ ; আশীৰ্ব্বাদ-সূচক সম্বোধন কৰা শব্দ ; দীৰ্ঘায়ু।

উদ্ভ্ৰান্ত নৃত্য—৬ : এবিধ নৃত্য ; সোঁ ভৰি ভাঁজি বাওঁভৰি কোঁচ পুৱাই বাওঁফালে ঘুৰি ঘুৰি বেগাই যোৱা এবিধ নৃত্য ;

কঞ্চুকী— ৫; অন্তঃপুৰত তিৰুতাসকলক সহায় কৰিবলৈ দিয়া গুণৱন্ত, বয়োবৃদ্ধ, পাৰ্গত লোক।

কৰভক— ২ ; ৰাজমাওৰ বা-বাতৰি অনা লোকজনৰ নাম।

কশ্যপ— ৭ ; ব্ৰহ্মাৰ পুত্ৰ মৰীচি, মৰীচিৰ পুত্ৰ কশ্যপ বা মাৰীচ বা প্ৰজাপতি। অদিতিৰে সৈতে দক্ষৰ তেৰ গৰাকী জীয়েকক কশ্যপে বিয়া কৰে। অদিতি দেৱতাসকলৰ মাক আৰু বামন অৱতাৰ ধৰোতেও ভগৱান বিষ্ণুৱে অদিতিৰ গৰ্ভত জন্ম হৈছিল। বাকী কিগৰাকীৰ পৰা দৈত্য, মানুহ, পশু-পক্ষী, কীট-পতঙ্গ আদিৰ জন্ম

কিন্নৰ— ৭ ; কুৎসিৎ মানুহ ; পুৰাণ যুগৰ একজাতি মানুহ যাৰ গাটো মানুহৰ আৰু মুখটো ঘোঁৰাৰ আকৃতিৰ ; তেওঁবিলাকৰ দেশ আছিল হিমালয় আৰু হেমকুট পৰ্ব্বতৰ মাজত ; দেৱলোকৰ এক গায়ক জাতি।

কিম্পুৰুষ পৰ্ব্বত— ৭ ; কিন্নৰ বিলাকৰ দেশৰ আৰু অন্য দেশৰ মাজত থকা পৰ্ব্বত বাজি। পুৰাণৰ মতে জম্বু দ্বীপত বা পৃথিবীত ন খন দেশ বা বৰ্ষ আছে ; ইখন সিখন দেশক ভাগ কৰা মাজত সাতটা বৰ্ষ পৰ্ব্বত আছে। কুৰু, হিৰণ্ময়, ৰম্যক, ইলাবৃত, হৰি, কেতুমালা, ভদ্ৰাশ্ব, কিন্নৰ আৰু ভাৰত— এই ন খন বৰ্ষ বা দেশ। হিমালয়, হেমকুট, নিষধ, মেৰু, চিত্ৰ, কৰ্ণী আৰু শৃঙ্গী— এই সাতটা বৰ্ষ পৰ্ব্বত।

কুলপতি— ১ ; যিজন মুনিয়ে দহহেজাৰ শিষ্যক খুৱাই, পিন্ধাই আৰু শিক্ষা দিয়ে সেইজনক কুলপতি বোলে।

কৌশিক— ১ ; কুশিক ৰজাৰ পুত্ৰ বিশ্বামিত্ৰ। ইন্দ্ৰৰো এটা নাম।

ক্ষেত্ৰী— ৫; যিজন পুৰুষৰ ভিকতাৰ গৰ্ভত আন পুৰুষৰ পৰা সন্তান জন্ম হয় সেইজন পুৰুষক ক্ষেত্ৰী বোলে।

গৰ্ভত প্ৰবেশ কৰি— ৬ ২৪; স্বামীয়ে বিৰ্য্যৰূপে ভাৰ্য্যাৰ গৰ্ভত প্ৰবেশ কৰি পুনৰ সন্তানৰূপে জন্ম লয়; ভাৰ্য্যাৰ পৰা পুনৰ সন্তানৰূপে জন্মে দেখি ভাৰ্য্যাক জায়া বোলে।

চক্ৰবৰ্ত্তী— ১. ১২; সম্ৰাট, যাৰ ৰাজ্যৰ সীমা সাগৰ, পৃথিবীৰ অধিপতি।

চক্ৰবৰ্ত্তী লক্ষণ— ৭ ১৬; হাতৰ তলুৱা অতিকৈ ৰঙা, আঙুলি বিলাক জালৰ নিচিনা গঁঠা কোমল আৰু ধনুৰ্কাড়ৰ চিন থকা।

চক্ৰবাকবধূ— ৩ ৪; চাকৈচকোৱা মাইকী চৰাই। চাকৈচকো-ৱাৰ মটা মাইকী হাল বোলে ৰাতি একেলগে নেথাকে গধূলি হলে দুয়ো চিঞৰি চিঞৰি আঁতৰ হয় আৰু পুৱা হলে সেইদৰে লগ লাগে। শকুন্তলাই আশ্ৰম এৰি যাবৰ সময়ত এজোৰ চাকৈচকোৱা দেখিছে, মটাটো পাতৰ আঁৰ হলত মাইকীজনীয়ে বেদেখি ক্ৰিং ক্ৰোং, ক্ৰিং ক্ৰোং কৰি চিঞৰিছে। ক্ৰিং ক্ৰোং শব্দকিটা শকুন্তলাৰ কানত কি কৰিছোঁ কি কৰিছোঁ যেন বাজিছে।

জয়ন্ত— ৭. ২; দেৱৰাজ ইন্দ্ৰৰ পুত্ৰ।

তনুগাত্ৰী— ৩. ১৪; কৃশাঙ্গী, লাহী গা।

তন্বী— ১. ২০; লাহী কোমল গাৰে সুন্দৰী নাৰী।

তাত— ১. ৩; পিতা, পূজনীয় সকলক সম্মান কৰি মতা শব্দ।

তিলোদক— ৩; মৃত্যুৰ পাচত মৃতকলৈ আগবঢ়োৱা তিল পানী।

ত্ৰিস্ৰোতসা (গঙ্গা) — ৭, ৬ ; ভগৱান বিষ্ণুৰ অঙ্গুষ্ঠমূলৰ পৰা তিনিসূঁতী হৈ বৈ যোৱা গঙ্গা ; স্বৰ্গত বোৱা সোঁতাৰ নাম গঙ্গা পৃথিৱীৰ সোঁতা মন্দাকিনী আৰু পাতালৰ সোঁতা ভোগৱতী। সগৰ ৰজাৰ আকোনাতি ভগীৰথ ৰজাই তেওঁৰ ষাঠিহেজাৰ পূৰ্বপুৰুষক পবিত্ৰ কৰিবৰ কাৰণে সাধনা কৰি স্বৰ্গৰ পৰা এসোঁতা পৃথিৱীলৈ নমাই আনিছে।

তীৰ্থ মৃত্তিকা — ৪ ; পবিত্ৰ সুগন্ধি কোমল মাটি।

ত্ৰিশঙ্কু — ২; এজন সূৰ্য্যবংশীয় অযোধ্যাৰ ৰজা, হৰিশ্চন্দ্ৰৰ পিতাক। ত্ৰিশঙ্কু এজন ধৰ্ম্মপৰায়ণ জ্ঞানী ৰজা আছিল। তেওঁ নিজৰ শৰীৰটোক বৰ ভাল পাইছিল। সেই নিমিত্তে তেওঁ সোঁ-শৰীৰে স্বৰ্গলৈ যাবলৈ ইচ্ছা কৰি তেওঁৰ পুৰোহিত বশিষ্ঠক এটা যজ্ঞ কৰিবলৈ আদেশ কৰিলে। এই অসম্ভৱ প্ৰস্তাৱত বশিষ্ঠ মান্তি নহ'ল। বশিষ্ঠৰ এশপুত্ৰক কোৱাত তেওঁ-লোকো মান্তি নহ'ল। তেওঁলোকক তেতিয়া ত্ৰিশঙ্কুৱে নপুংসক, কাপুৰুষ আদি অকথ্য কথাৰে অপমান কৰিলে আৰু তেওঁলোকেও ঘূৰাই ত্ৰিশঙ্কুক শাপদি চণ্ডাল কৰিলে। ত্ৰিশঙ্কুৱে কিছুকালৰ পিছত বিশ্বামিত্ৰক জনালে। বিশ্বামিত্ৰক এসময়ত ত্ৰিশঙ্কুৱে দুৰ্ভিক্ষত বৰ উপকাৰ কৰি থৈছিল। এই উপকাৰস্মৰি বিশ্বামিত্ৰই যজ্ঞ আৰম্ভ কৰিলে আৰু দেৱতা-সকলকো নিমন্ত্ৰণ কৰিলে। দেৱতাসকল নাহিল। তেতিয়া বিশ্বামিত্ৰই নিজ পুণ্যৰ বলেৰে ত্ৰিশঙ্কুক স্বৰ্গলৈ পঠালে। ইন্দ্ৰাদি দেৱতাসকলে স্বৰ্গত ঠাই নিদি পৃথিৱীলৈ ঠেলি

পঠিয়ালে। বিশ্বামিত্ৰই তেতিয়া নিজ ক্ষমতাৰে ত্ৰিশঙ্কুক পৃথিৱীলৈ আহিবলৈ নিদি স্বৰ্গ আৰু পৃথিৱীৰ মাজৰ অন্তৰিক্ষত ৰাখি দিলে। যুৰতো পৃথিৱীৰ কাললৈ দি দক্ষিণ আকাশত দেখা তাৰকা পুঞ্জকে ত্ৰিশঙ্কু বোলে।

দুষ্যন্ত — পুৰুবংশৰ হস্তিনাপুৰৰ ৰজা।

দুৰ্ব্বাসা— ৪, ৭; অত্ৰি আৰু অনসূয়াৰ পুত্ৰেক এজন বৰ খঙাল ঋষি।

দ্বাদশমূৰ্ত্তি — ৭; অদিতি শব্দত চক।

দ্বিতীয় খোজ— ৭. ৬; বামন শব্দত চক।

নটী— যি স্ত্ৰীলোকে ৰঙ্গভূমিত নৃত্য, গীত আদি অভিনয় কৰে তেওঁলোকক নটী বোলে, সূত্ৰধাৰীৰ সহকাৰী।

নান্দী— ১; অভিনয় আৰম্ভ কৰাৰ আগতে কোনো দেৱতাক অভিনয় নিৰ্ব্বিঘ্নে সমাপন হবৰ কাৰণে কৰা মঙ্গলাচৰণ।

পৰভৃতিকা— ৬; মাইকী কুলি চৰাই; প্ৰথম মালিনী জনীৰ নাম।

পৰিগ্ৰহ— ১; প্ৰসাদ, পুৰস্কাৰ, পৰিয়ালৰ লোক, ভাৰ্য্যা ১. ২০; ৩. ১৭

পৰিঘ— ২. ১৫; দুৱাৰৰ শলখা বা দাং।

পিনাকি — ১. ৬; শিৱ; শিৱৰ ধনুখনৰ নাম পিনাক, পিনাক যাৰ আছে তেওঁ পিনাকিন্।

পুৰুবংশ—১. ৭; পুৰুৰ পৰা হোৱা বংশ। যযাতি আৰু শৰ্ম্মিষ্ঠাৰ পুত্ৰ কনিষ্ঠ পুত্ৰ। যযাতিয়ে তেওঁৰ বাৰ্দ্ধক্য পুত্ৰকইত্ত যৌবন অৱস্থাৰ লগত সলনি কৰি লবলৈ বিচাৰিছিল। তেওঁৰ পাঁচজন পুত্ৰেকৰ ভিতৰত কেৱল পুৰুৱেহে মানিবলৈ

মাজি হৈ সলনি কৰি ললে। বহুকাল যযাতীয়ে যৌৱন উপভোগ কৰাৰ পাচত পুৰুৰ ওপৰত বৰ সন্তোষ হৈ যৌৱন পুৰুক ঘুৰাই দি বজা পাতিছে। পুৰু চন্দ্ৰবংশৰ ষষ্ঠ সম্ৰাট আৰু কৌৰব আৰু পাণ্ডৱ সকলৰ আদি পুৰুষ।

পুংসবন— ৬ ; তিৰুতাৰ গৰ্ভধাৰণ লক্ষণ পৰিস্ফুত হলে পুত্ৰ সম্ভাৱনাৰে কৰা প্ৰথম সংস্কাৰ উৎসৱ।

পৌলোমী— ৭. ২৮ ; দেৱৰাজ ইন্দ্ৰৰ পত্নী শচী।

প্ৰকৃতি— ১. ১ , ৭. ৩৫ ; সৃষ্টিৰ মূল, প্ৰজা।

প্ৰতীহাৰী— ৫[; মাইকী দুৱৰী।

প্ৰবেশক— ৬ ; নাটকৰ এক অঙ্কৰ পাচত পিচৰ অঙ্কত কি হব বা ইতিমধ্যে কি হৈ গ'ল এই বিষয়ৰ কথা সাধাৰণ লোকচৰিত্ৰৰ কথোপকথনৰ দ্বাৰা দৰ্শকক যি অংশত জনোৱা দিয়া হয় সেই অংশক প্ৰবেশক বোলে।

প্ৰবৃত্ত পাৰণ— ২ ; ধৰ্ম্মোপবাসৰ অন্তত পৰা ভোজ।

প্ৰমদবন— ৬ ; ৰাজকাৰেঙৰ ফুলনি।

প্ৰস্তাৱনা— ১ ; নান্দি বা মঙ্গলাচৰণ কৰাৰ পাচত, অভিনয় আৰম্ভ কৰাৰ আগত, যি অংশত সূত্ৰধাৰে তেওঁৰ সহকাৰিণী নটীৰে সৈতে কথোপকথন কৰি, অভিনয় কৰিব খোজা নাটক কোনে লিখা, তাৰ বিষয় বস্তু কি তাৰ আভাষ দি কৌশলেৰে সৈতে ৰঙ্গভূমিৰ পৰা আঁতৰ হয় সেই অংশক প্ৰস্তাৱনা বোলে।

প্ৰাকৃত ভাষা— সংস্কৃত ভাষাৰ পৰা ওলোৱা কোনো প্ৰাদেশিক ভাষা। সংস্কৃত নাটকত তিৰুতা আৰু সাধাৰণ চৰিত্ৰৰ

মুখত প্ৰাকৃত ভাষা ব্যৱহাৰ কৰে ।

বয়স্য— ২, ৫, ৬ ; সমনীয়া, বন্ধু, একেবয়সৰ সঙ্গী ।

বৰ্ষ— ৭ ; দেশ । কিম্পুৰুষ পৰ্ব্বত শব্দত চক ।

বাৎসল্যপ্ৰৱণতা— ৭, লৰাছোৱালীৰ প্ৰতি ওপজা স্নেহ ভাব ।

বাভ্ৰায়ণ— ৬ ; কঞ্চুকীৰ নাম ।

বামন— ৭, ৬ , কটীয়া চুটি মুট মানুহ, ভগৱান বিষ্ণুৰ এক অৱতাৰ। প্ৰহ্লাদৰ পো-নাতি বিৰোচনৰ পুতেক বলী নামে এজন বৰ প্ৰতাপী দৈত্য ৰজা আছিল। বলিয়ে দেৱতা সকলক বৰ অত্যাচাৰ কৰিছিল। বলিৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবৰ কাৰণে দেৱতাসকলে ভগৱান বিষ্ণুক আৰাধনা কৰিলে ভগৱান বিষ্ণুৱে কশ্যপৰ ঔৰসত অদিতিৰ গৰ্ভত বামন ৰূপে জন্ম ললে। পাচত সন্ন্যাসী ৰূপত গৈ বলিক ছলনা কৰে। বলি ৰজা বৰ দানী আছিল। বামনৰূপী সন্ন্যাসীয়ে বলিক তিনিখোজত যিমান মাটি হয় সমান মাট দান বিচাৰিলে। সামান্য ভাবি বলি মান্তি হ'ল। তেতিয়া বামনে প্ৰকাণ্ড মূৰ্ত্তি ধাৰণ কৰি প্ৰথমটো খোজত পৃথিৱী ঢাকি পেলালে, দ্বিতীয় খোজত পৰিবহ বায়ুৰ অধিকাৰত থকা আকাশ বা স্বৰ্গ অধিকাৰ কৰিলে আৰু তৃতীয়টো দিবলৈ ঠাই নোহোৱাত বলিয়ে নিজৰ মূৰটোকে পাতি দিব লগা হ'ল। বলিৰ থাকিবলৈ ঠাই নোহোৱাত পাতাললৈ পঠিয়াই তাৰ ৰজা কৰি দিলে।

বায়ুমণ্ডল— ৭, ৬ ; বায়ুমণ্ডল সাত ভাগত বিভক্ত ; -বাটিৰ

ওপৰৰ বায়ুৰ নাম আৰু তাৰ ওপৰৰ ক্ৰমে প্ৰবাহ, উদ্বহ, সংবহ, পৰিবহ আৰু পৰাবহ। তাৰ চলাচল কৰা অঞ্চল আবহ বায়ু।

বিদূষক—২, ৫, ৬; সংস্কৃত নাটকৰ নায়ক জনৰ ধেমেলীয়া বন্ধু, সি কন্দুৱা, খকুৱা আৰু নানা ভাও-ভঙ্গীৰে ৰং লগাব পৰা লোক।

বিনয়-বাবিত্ত-বৃত্তিযত্ত— ২, ১১; মৰম পৰিছি লাগৈ বঁধা দিয়া স্বভাৱ।

বিনোদ— ২, ৫; আনন্দ।

বিশাখা তৰা - ৩; দুটি তৰা যি সদায় একেলগে চন্দ্ৰক অনুসৰণ কৰে।

বিষ্কম্ভক— ৪, কোনো অঙ্কৰ আগত থকা অংশ, যিবিলাক কথা নীৰস বা দৰ্শকসকলৰ মনত ভাল নেলাগিব সেই বিলাক সংক্ষেপে অপ্ৰধান চৰিত্ৰৰ মুখে কথোপকথন যোগে দৰ্শক সকলৰ মনত ভাল লগাকৈ প্ৰকাশ কৰা অংশকে বিষ্কম্ভক বোলে।

বেত্ৰৱতী—৫, প্ৰতীহাৰী জনীৰ নাম।

বৈখানস—১; বানপ্ৰস্থ গ্ৰহণ কৰা লোক।

বৈতালিক—৫; স্তুতি পাঠক।

ব্যসন—২, ৫; মৃগয়া, পাশাখেলা, দিবানিদ্ৰা, সুৰাপান আদি ৪বোটা বেয়া অভ্যাসক ব্যসন বোলে।

ভগৱান—৫; ভগ আছে যাৰ তেওঁ ভগবান; ভগ অৰ্থ

ঐশ্বৰ্য্য, সমগ্ৰ, বীৰ্য্য, যশস্যা, শ্ৰী আৰু পবিত্ৰতা ;

ভৰ্ত্তা—স্বামী, গৰাকী, প্ৰভু।

ভদ্ৰমুখ—৭, মঙ্গলসূচক মুখ যাৰ, নম্ৰভাৱৰ সম্বোধন পদ।

ভৰত বাক্য—৭, ৩৫ ; সংস্কৃত নাটকৰ সমাপ্তত আশীৰ্ব্বাদ দিয়া শ্লোক। নাটক আৰু সঙ্গীত আৱিষ্কাৰ কৰা ভৰত মুনিৰ নামে এই শ্লোকৰ নাম ভৰত বাক্য হৈছে।

মদিৰ নয়না— ৩, ১৬ ; ঘূৰ্ণীয়া চকুৰ যুৱতী।

মধুকৰিকা—৬ ; মাইকী ভোমোৰা, দ্বিতীয়জনী মালিনীৰ নাম

মন্দাৰ বৃক্ষ— ৭ ; ইন্দ্ৰৰ দেৱৰাজ্যৰ পাঁচজোপা দেৱতৰুৰ একোপা, আনকিজোপা হ'ল পাৰিজাত, সন্তান, কল্প-বৃক্ষ আৰু হৰিচন্দন।

মহাদেৱী— ৬ ; প্ৰধান ৰাণী।

মাধব্য— ২, ৬ ; বিদূষকৰ নাম।

মাৰীচ— ৭ ; মৰীচিৰ পুত্ৰ বাবে কশ্যপক মাৰীচ বোলে। মৰীচি ব্ৰহ্মাৰ পুত্ৰ।

মৃগৰোচনা—৪ ; ৰঙীন, মিহি, গুৰিৰ এবিধ মঙ্গল সম্ভাৰ।

মৃগানুসাৰী পিনাকি—১ ; পিনাক অৰ্থ ধনু। যাৰ পিনাক আছে তেৱেঁ পিনাকিন্। ব্ৰহ্মাই সৃষ্টিৰ অৰ্থে দহ জন মানস পুত্ৰ সৃজন কৰিছিল ; তাৰে দক্ষ এজন। দক্ষৰ জীয়েক বহুত ; তাৰে ২৭ গৰাকী চন্দ্ৰৰ স্ত্ৰী। তেওঁ-লোক নক্ষত্ৰ ৰূপে বিৰাজ কৰে। ১৩ গৰাকী কশ্যপৰ স্ত্ৰী। সতীও এগৰাকী দক্ষৰ জীয়েক। সতীক শিৱই বিয়া-কৰাইছিল

এসময়ত দক্ষই এটা বৃহৎ যজ্ঞ পাতিছিল। দেৱতাসকলকে আদি কৰি সকলোকে যজ্ঞলৈ মাতিলে কিন্তু জীয়েক-জোঁৱায়েক, সতী আৰু শিৱক নামাতিলে। নমতাৰতো সতী আহিল আৰু জোঁৱায়েকক নমতা নিমিত্তে বাপেকৰ আগত বৰ আক্ষেপ কৰিলে। নমতাৰ কাৰণ শিৱৰ কিম্ভুত স্বভাৱবিলাকৰ কথা কৈ দক্ষই শিৱক নিন্দা কৰিবলৈ ধৰিলে। সতীয়ে স্বামীৰ নিন্দা শুনি সৌখোজাৰবেও দক্ষই কৈয়ে আছিল সতীয়ে স্বামীৰ নিন্দা শুনিব নোৱাৰি সেই যজ্ঞৰ কুণ্ডতে জাপিয়াই পৰি প্ৰাণ ত্যাগ কৰে। শিৱই খবৰ পায় খঙত এফোনাই হৈ দক্ষৰ যজ্ঞ ভাঙিলৈ আহে। দক্ষই ভয়ত মৃগৰূপ ধৰি লৰমাৰি পলায়। শিৱই কান্ধত ধনুকাঁড় লৈ পাচে পাচে খেদি যায়। তম্বাশুই কৃষ্ণ শৰ-টোৰ পাচে পাচে খেদি যাওঁতে এইটোকে উপমা দিছে।

যজমান— যি বিধিমতে সদায় যাগ যজ্ঞ কৰে।

যযাতি— ৪, ৭. চন্দ্ৰবংশৰ নহুষৰ পুত্ৰ। দৈত্য ৰজা বৃষপৰ্ব্বৰ জীয়েক শৰ্ম্মিষ্ঠা আৰু সেই দৈত্য ৰজাৰ গুৰু, শুক্ৰৰ জীয়েক দেৱযানী এদিন নৈৰ পাৰত কাপোৰ থৈ গা ধুইছিল। হেনেতে বতাহ বলিল আৰু বতাহত দুয়োৰো কাপোৰ সিঁচৰতি হৈ পৰিল। গা ধুই কাপোৰ পিন্ধোতে সলনা-সলনি হ'ল আৰু দুয়োৰো দ্বন্দ লাগিল। শৰ্ম্মিষ্ঠাই দেৱ-যানীক ঢকিয়াই কুপ এটাত পেলাই দিলে। যযাতিয়ে দেখি পাচত তুলি আনে আৰু পিতাকৰ সন্মতি লৈ

দেৱযানীক বিয়া কৰাই। দেৱযানীয়ে বাপেকক গুৰুৰ দি ব্ৰাহ্মণ কন্যাক তেনে কৰা বাবে তাৰ প্ৰায়শ্চিত্ত স্বৰূপে শৰ্ম্মিষ্ঠাক চাকৰণী লবলৈ বিধান কৰাই, প্ৰতিশোধ ললে। কিছুদিনৰ মূৰত শৰ্ম্মিষ্ঠাৰ প্ৰতিও যযাতি প্ৰেমাসক্ত হৈ তেওঁক বিয়া কৰাই। দেৱযানীয়ে অপমান বোধ কৰি পিতাকৰ ঘৰলৈ গুচি গ'ল আৰু পিতাকক লগালে। পিতাক শুক্ৰই তেতিয়া ডেকা বয়সতে শাপ দি যযাতিক বুঢ়া কৰিলে। বাকীখিনি পুৰু শব্দত চক।

বৈৱতক— ২ ; ভুৱৰীৰ নাম।

শকুন্ত লাৱণ্য — ৭ ; শকুন্ত মানে চৰাই, চৰাইটোৰ সৌন্দৰ্য।

শৰ্ম্মিষ্ঠা— ৪ ; ৭ ; যযাতি শব্দত চক।

শৃঙ্গাৰ লজ্জা— ১, যৌৱন অৱস্থাৰ পৰা উদ্ভৱ হোৱা স্ত্ৰী-পুৰুষৰ পৰস্পৰ সঙ্গ উৎসুক জনিত লাজ।

শ্যাল — ৫ ; ধুলখালি বা কেটেঁৰিয়েক, বজাৰ কেটেঁৰিয়েক।

ষড়ভাগ— ২, ১৩ ; উপাৰ্জ্জনৰ ছভাগৰ একভাগ, ৰাজহ।

সপ্তদ্বীপা— ৭, ৩৩ ; পৃথিৱী।

সপ্তপৰ্ণ — ৩, একবিধ গছ।

সমিধ— ১ ; খৰি, বিশেষকৈ হোমৰ খৰি।

সাত্বিক ভাৱ — ৬ ; আন্তৰিকতা থকা ভাৱ, কবিতাৰ আঠোটা ভাৱ। ৮ ভাৱ যেনে :— স্তম্ভ ( বোৱাও নাই বোৱাও নাই) স্বেদ, (ঘাম ওলোৱা), ৰোমাঞ্চ, স্বৰভঙ্গ, বেপথু (কঁপা), বৈবৰ্ণ্য, অশ্ৰু আৰু প্ৰলয় (মূৰ্চ্ছা)।

সূত— ১, ২ ; ৰথচালক, সাৰথি ।

সূত্ৰধাৰ— ১ ; যি নাটকৰ আৰম্ভনিতে নাটকৰ বিষয় বস্তুৰ কথা কৈ নাটকৰ সূত্ৰ ধৰে ।

সোমতীৰ্থ—১ ; এখন তীৰ্থ স্থান যত সোমে (চন্দ্ৰই) গুৰু-পত্নী হৰণ পাপৰ পৰা মুক্ত হৈছিল ।

স্বস্তি বাচনিকা—৪ ; আৰম্ভ কৰা কৰ্ম্ম সুসম্পন্ন হোৱাৰ নিমিত্তে মঙ্গল বাক্য উচ্চাৰণ কৰা তিৰোতা ।

হবিঃ— ১, ১ ; হোমৰ অগ্নিৰ যোগে দেৱতালৈ দিয়া উপহাৰ ।

হোতৃ— ১, ১ ; যি হোম দিয়ে, যজমান ।